# —কণিকা—

(উপন্যাস)

শ্রীসুরেন্দ্র নাথ শর্ম্মা, এম, এ; বি, টি।



মেচ—সাড়ে তিনি টাকা

পরিবেশক
চপলা বুক স্টল
[illegible]
শিলং

## উচৰ্গা

স্বৰ্গীয়া

মাতৃদেৱীৰ

পবিত্ৰ স্মৃতিৰ

উদ্দেশ্যে—






# মুখবন্ধ

উপন্যাস জনপ্রিয় হৈও বিৰোধী জনমতৰপৰা মুক্ত নহয়। সঁচা কথা—উপন্যাস পঢ়িবলৈ বহুতে ভাল পায়; লগতে ইয়ো সঁচা যে, ইয়াৰ বিৰুদ্ধে কওঁতাৰো অভাৱ নাই। উপন্যাসৰ বিৰুদ্ধে অভিযোগ বিস্তৰ। কোৱা হয় যে, উপন্যাসে জগত আৰু জীৱন সম্পৰ্কে ভুল আৰু বিকৃত ধাৰণাৰ সৃষ্টি কৰে। ই যি চৰিত্ৰ, সমাজ আৰু পৰিস্থিতি অঙ্কন কৰে বাস্তৱ জগতৰ লগত সেইবোৰৰ সম্বন্ধ তেনেই কম। আকৌ অভিযোগ—যে, সুখপাঠ্য হবলৈ বিচৰা প্ৰচেষ্টাত উপন্যাসে আচল আৰু গভীৰ ফালটোৰ পিনে পিঠি দিবলৈ টান নাপায়, আৰু জন-প্ৰিয়তাৰ গৌৰৱ আৰ্জ্জিবলৈ কৌতূহল, ভোগ-বিলাস আৰু ইন্দ্ৰিয়াসক্তিৰ প্ৰতি মানুহৰ যি স্বাভাৱিক আকৰ্ষণ তাৰ সুযোগ লবলৈকো নেৰে আৰু কাজেই ইয়াৰপৰা পাঠক-পাঠিকাৰ বুদ্ধি-বৃত্তি আৰু কল্পনাশক্তি অনুৰ্ব্বৰ হোৱাৰ উপৰিও ৰুচি কুৰুচ হোৱাৰ সম্পূৰ্ণ আশঙ্কা। এনেই যদি উপন্যাসৰ স্বৰূপ হয় এই শ্ৰেণীৰ পুথিৰ

পৰা অপকাৰৰ যথেষ্ট থল আছে।

উপন্যাস নিশ্চয় সুখপাঠ্য হব; কিন্তু সেই বুলিয়েই যে ই সত্য আৰু নৈতিকতা বিবৰ্জ্জিত হব লাগিব তেনে নহয়। সত্য আৰু নৈতিকতাক দুৰ্ব্বোধ্য দাৰ্শনিক বিশ্লেষণত নেপেলাই বা শূইনত ঘূৰি ফুৰিবলৈকে ঢুকি নোপোৱা কল্পনাৰ বোকোচাত নাথাপি জনসাধাৰণৰ চকুত পৰাকৈ সজাই পৰাই ৰূপ দিবলৈকেহে উপন্যাসে বিচাৰে। উপন্যাস বিশেষ কোনো গাইগুটীয়া ঘটনাৰ হুবহু অনুকৰণ নহল বুলিয়েই ই সত্যৰ বিকৃতি বা অসত্যৰ ওপৰত প্ৰতিষ্ঠিত তেনে মত প্ৰকাশ কৰা ঠিক নহয়। উপন্যাসৰ চৰিত্ৰসমূহ প্ৰচলিত সমাজৰ পৰাই লোৱা হয় আৰু ইয়াৰ অন্যান্য উপাদানসমূহো আহৰণ কৰা হয় সমাজৰ আঁৰেদি বোৱা ঘটনা-সোঁতৰ পৰাই। প্ৰচলিত সমাজৰ সাধাৰণ লক্ষণবোৰ দাঙি ধৰি তাৰ দোষ আৰু আসোঁৱাহ বোৰ আঙুলিয়াই দিবলৈকে উপন্যাসে চেষ্টা কৰে। তদুপৰি মানৱ সমাজৰ আশা-আকাঙ্ক্ষাৰ প্ৰতিও উপন্যাস আওকণীয়া নহয় আৰু সেইভাবে সমাজৰ লক্ষ্য কি বা কেনেৰূপ হোৱা উচিত তাৰ আভাসো ইয়াত পোৱা যায়। সমাজৰ সমুখত উপস্থিত হোৱা সমস্যাসমূহৰ সমাধান ই বিচাৰে।

যি প্ৰত্যক্ষ সেয়েই সত্য তেনে কথা কোনো

টান। বেয়া আচৰণ কৰিলেও কেতিয়াবা কোনোবাৰ ভাল হোৱা দেখা যায়, কিন্তু সেই বুলিয়েই বেয়া কামৰ ফল ভাল জেনে সিদ্ধান্ত হ'ব নোৱাৰে। সেইদৰে পৰোক্ষক উপন্যাসে উলাই নকৰে। আকৌ জাগতিক কোনো বিশেষ ঘটনাৰ হুবহু অনুকৰণ কৰিবলৈ গ'লে উপন্যাস নগ্ন আৰু কুৰুচিপূৰ্ণ হোৱাৰ আশঙ্কা। নগ্ন আৰু কুৰুচিপূৰ্ণ সাহিত্যই কি যে অনিষ্ট সাধন কৰে তাক নকলেও হ'ব।

প্ৰেম নিস্বাৰ্থ আৰু উদাৰ; ই মোহ বা ইন্দ্ৰিয়াসক্তি নহয়। প্ৰেমৰ আকৰ্ষণতেই জগত বৈ আছে। তথাপি প্ৰেম, ভালপোৱা—এনেবোৰ কথা ওলালে আমাৰ চকুৱে অইন ভঙ্গী লয় আৰু মুখত হাঁহি বিৰিঙে। তাৰ কাৰণ, আমি প্ৰেম আৰু কামনাক বিভিন্ন চকুৰে চাব নোৱাৰোঁ। উপন্যাসে প্ৰেম বা ভালপোৱাৰ বিষয়ে কোৱাত দোষ ধৰিবলৈ একো নাই। অৱশ্যে, পাঠক-পাঠিকাক ইন্দ্ৰিয়লোলুপতালৈ উদগোৱা উপন্যাসৰ মূল উদ্দেশ্য নহয়; উপন্যাসে ইন্দ্ৰিয়াসক্তিৰ কুফলহে দেখুৱাব।

এতিয়া উপন্যাস কেনেধৰণৰ হোৱা উচিত সেই বিষয়ে কিবা-কিবি ক'বলৈ যদি উজুও, উপন্যাস লিখিবলৈ

উজু নহয়। তুলাপাতৰ ওপৰত কাপ-মৈলামৰ সংযোগ ঘটালেই উপন্যাস হৈ নুঠে। এই ফালৰপৰা উপন্যাস হিচাবে বৰ্ত্তমান পুথিৰ কিবা মূল্য আছে নে নাই— ভাবিবলৈকে ভয় লাগে। অৱশ্যে অইন একো নহলেও আহৰি সময়ৰ কিবা এফেৰা ব্যৱহাৰ কৰিবলৈ পাৰগ হোৱা বুলিয়েই আনন্দ লভিবৰ ঠাই আমাৰ থাকিব।

পুথিখন লিখি উলিওৱাৰ বাহিৰে আমি আচলতে অইন একোকে নকৰা বুলিলেই হয়। তেজপুৰ চৰকাৰী উচ্চবিদ্যালয়ৰ শিক্ষক শ্ৰীখগেন্দ্ৰ নাথ শাস্ত্ৰী আৰু এম,- কম, শ্ৰেণীৰ ছাত্ৰ শ্ৰীঅচ্যুত শৰ্ম্মাই সকলো প্ৰকাৰে পুথিখন ছপাই উলিওৱাত আমাক সহায় কৰিছে। তেওঁ-লোক উভয়ৰে প্ৰতি আমি হিয়াভৰা ধন্যবাদ যাঁচিছোঁ। তেজপুৰৰ 'ভাৰতী প্ৰেছৰ' স্বত্বাধিকাৰী শ্ৰীভাবিৰাম কলিতাই প্ৰকাশ কৰাৰ ভাৰ নোলোৱা হলে খৰতকী-য়াকৈ বাইজৰ আগত পুথিখন দাঙি ধৰা সম্ভৱপৰ নহ'লহেঁতেন। এই আশাশুধীয়া সহযোগৰ বাবে তেখেতৰ আন্তৰিক শলাগ লোৱা হ'ল।

গুৱাহাটী।

১৬ নবেম্বৰ,

১৯৫০ চন। শ্ৰীসুৰেন্দ্ৰ নাথ শৰ্ম্মা।

( ১ )

অতুল, এইদৰে অকলে অকলে তভক্ মাৰি কি ভাবিছা? আজি কেইদিন যে তোমাক বাহিৰৰ ফালে দেখিবকে পোৱা নাই।——কোঠাটোলৈ সোমায়েই চিন্তা-মগন অতুলৰ ফালে চাই অজিতে সুধিলে আৰু লগে লগে খালী পৰি থকা চকী এখনত বহি পৰিল।

অতুলে এটিবাৰ মূৰ দাঙি অজিতৰ মুখলৈ চালে। শূন্যত চকু থাপি যেন পূৰ্ব্ব চিন্তাৰ লেথাৰি ধৰিছে সি কবলৈ ধৰিলে,—কি ভাবিবা, ভাই! কবি নহওঁ যে প্ৰকৃতিৰ অতুল বৈভৱৰ চমকনিত চিন্তাৰ জাউৰি তোলোঁ; দাৰ্শনিক নহওঁ যে জন্ম-মৃত্যুৰ ৰহস্য ভেদ কৰিবলৈ ভাব-সমুদ্ৰত সাঁতুৰি-নাদুৰি ফুৰোঁ; বৈজ্ঞানিক নহওঁ যে নতুন তথ্য আবিষ্কাৰ কৰিবলৈ গবেষণাত মন দিওঁ। জানোঁ—ৰাজনীতিৰ বজাৰ ভাও সস্তা; কিন্তু সিও মূৰত নোসোমায়। কাজেই

বুজিব পাৰিছা – ভাবিছোঁ কি। ভাবিছোঁ নিজৰ অকৰ্ম্মণ্যতাৰ বিষয়ে; ভাবিছোঁ কিমান অপদাৰ্থ, কিমান মূল্যহীন মই; আৰু ভাবিছোঁ কি অধিকাৰতেই বা পৃথিবীৰ ঠাই বন্দি কৰিছোঁ।

অতুলৰ কথাৰ মূৰত অজিতে মুখত হাঁহি লৈ ক'লে,—দেখিছোঁ তোমাৰ গাতো কবিতাৰ ভূত লম্ভিছে। যিখিনি গাই পেলালা তাতেই যেন দেখিবলৈ পালোঁ কবিতা-দেবীৰ লয়লাস গতি। পিছে, ইহেন অন্তৰ্দ্দন্দ পুহি ৰখাৰ অৰ্থ কি? পথ বাছি লোৱা। উচ্চ শিক্ষাৰ গৰাকী তুমি। সেই জোখাই কিবা এটিত হাত দিয়া —দেশৰ-দহৰ কল্যাণ সাধা, পিতৃ-মাতৃৰ মন যোগোৱা।

মনস্তত্ত্ববিদ নহলেও অজিতে অতুলৰ অন্তৰ-ৰহস্যৰ ভু পায়।

বি,-এ, মহলাত সুখ্যাতিৰে উত্তীৰ্ণ হোৱা হয়, কিন্তু উচ্চ-শিক্ষাৰ গৰাকী হোৱা সম্পৰ্কে সন্দেহ। শিক্ষাৰ গুণত সমুখ ফৰকাল দেখিম থাওক ধুৱঁলি-কুৱঁলীহে দেখিছোঁ। যি শিক্ষাই পথৰ নিৰ্দ্দেশ নিদিয়ে, মনোবল সঞ্চয়ত সহায় নকৰে সেই শিক্ষাৰ মূল্য ক'ত কব নোৱাৰোঁ—অতুলে কয়।

অতুলৰ আন্তৰিকতাৰ প্ৰতি লক্ষ্য ৰাখি অজিতে

ক'লে,—সেইলেখীয়া শিক্ষাৰ বাবে বিশ্ববিদ্যালয়ৰ যে ব্যৱস্থা হোৱা নাই, ভাই ! আমাৰ অভিভাৱকসকলৰেই জানো উদ্দেশ্য যে আমি তেনে বিধৰ শিক্ষা লাভ কৰোঁ ? শিক্ষা ব্যৱস্থা আজি ব্যৱসায়ত পৰিণত। বেহা-বেপাৰত ধন ঘটোৱাৰ দৰে শিক্ষা বিষয়তো ধন ভগন কৰা হয় কেৱল স্বাৰ্থ পূৰণৰ বাবে। শিক্ষা লাভৰ উদ্দেশ্য জ্ঞান আহৰণ, দেশৰ কল্যাণ—কবলগীয়া কথা মাথোন। তেনেস্থলত তোমাৰ ভাব-প্ৰৱণতাৰ ফালৰ পৰা অৱস্থাৰ বিশ্লেষণ কৰিলে চলিব কেনেকৈ ?

অতুলে যেন যি উত্তৰ বিচাৰিছিল তাকেই পালে। সি কৈ গ'ল,—পিতৃ মাতৃৰ মন যোগাবলৈ হ'লে ল'ব লাগিব চৰকাৰী বাব। কিন্তু তাত জানো মোৰ ইচ্ছা অনিচ্ছাৰ প্ৰশ্ন নাই ? চাকৰিলৈ লালায়িত কত জনেই আছে ! বহুতৰ পক্ষে চাকৰি কৰাৰ আৱশ্যকতাও থাকিব পাৰে। তেওঁলোকেই সেইবোৰ কৰিব। মই দেখিছোঁ মোৰ কৰ্ম্মক্ষেত্ৰ অন্য ফালেহে। চাৰিওপিনে যিবোৰ অন্যায় অত্যাচাৰ চলিব ধৰিছে তাৰ প্ৰতিকাৰৰ দিহা কৰা মোৰ জানো কৰ্ত্তব্য নহয় ?

অজিতে ক'লে,—এনে মহান কৰ্ত্তব্যৰ ভাৰ তোমাৰ ঘৰে মানুহে নল'লে কোনে লব ? পিছে, চৰকাৰী বাবত

যে তোমাৰ প্ৰয়োজন নাই সিও নহয়। দায়িত্বহীন তৰল প্ৰকৃতিৰ স্বাৰ্থপৰ কেতবোৰেৰে শোষণ চলিব পাৰে; কিন্তু শাসন নচলে। অৱশ্যে মই কব খোজা নাই যে চাকৰি খেদি তুমি ঢাপলি মেলিব লাগে। যোগ্যতাৰ বিচাৰত যদি এনেয়ে আহি পৰে সুখৰ কথা হব।

অতুলে ক'লে,—তেনে দিন এতিয়াও সুদূৰত। নিস্বাৰ্থসকলে বিষয়-বাব পাব বা বিষয়-ববীয়াসকল নিস্বাৰ্থ হব এতিয়াও আশাৰ কথা। সি যি কি নহওক, নিজৰ কৰ্ত্তব্য নিজে ঠিক কৰিব খুজিছোঁ। কব নোৱাৰোঁ তুমি মোক কিমানলৈ বিশ্বাস কৰিব পাৰা। এতেপৰে সকলো কথাৰে সন্দেহ মই পাইছোঁ। এনে অবিচাৰ সহি থকা মোৰ পক্ষে অসম্ভৱ। পিতৃকৃত অন্যায়ৰ প্ৰতিকাৰ সাধি প্ৰায়শ্চিত্ত হব নোৱাৰিলে মই কিহৰ ধৰ্ম্ম-পুত্ৰ!

অজিতে দেখিলে যে আলোচনাৰ সোঁত অন্য ফালেহে বয়। তাৰ ভাব হ'ল—হয়তো পিতৃ-মাতৃৰ মন যোগান আৰু শিক্ষা-বিষয়ত অভিভাৱকৰ মনোভাৱ সম্পৰ্কীয় কথাৰ অৱতাৰণাই অতুলক আঘাত কৰিছে। সি ক'লে,—তুমি ক'বপৰা ক'লৈ গৈছা, অতুল? মই যে একোকে বুজিব পৰা নাই।

অতুলে কয়,—তোমাৰ প্ৰতি সহানুভূতিৰ বশৱৰ্ত্তী হৈহে এনে কথা কোৱা বুলি ভুল ধাৰণা নকৰিবা। তুমি যি বুজিছা ময়ো বুজিছোঁ তাকেই। নিৰ্দ্দোষী তুমি, নিৰ্দ্দোষী কণিকা; অথচ তোমালোকৰ মূৰতেই জাপি দিয়া হৈছে কলঙ্কৰ বোজা। আৰু সমাজৰ এই হীন ষড়যন্ত্ৰৰ অংশ লৈছে—

অতুলক বেছি আগবাঢ়িবলৈ নিদি অজিতে কৈ উঠিল,—অতি বিশ্বাসে প্ৰতাৰণাত পেলায়, অতুল। বাহিৰ ফাল দেখিয়েই মানুহ সম্পৰ্কে সিদ্ধান্ত নকৰিবা। কিহত বুজিলা যে মোৰ বা কণিকাৰ দোষ নাই? মই কণিকাক অইন ঠাইত থোৱাৰেই ব্যৱস্থা কৰিব খুজিছোঁ। তেওঁক যে সমাজে আৰু গাওঁত থাকিবলৈ দিব নোৱাৰে! কণিকাক এৰিবলৈ ইচ্ছা মোৰ নাছিল। কিন্তু মানুহৰ ইচ্ছাৰ অনুকূলেই যে সকলো কাম হ'ব তাৰ অৰ্থ নাই।

অজিতৰ কথাত দুখ আৰু বিদ্ৰূপৰ এটি সান-মিহলি ভাব।

অতুলে যেন অথাই পানীত খেৰ-কুটা এগছ হে পালে। সি খৰ্‌মৰ্‌কৈ অজিতক সুধিলে,—তেন্তে তুমি কণিকাক আশ্ৰয় দিবা? কণিকা আৰু বাটলৈ ওলাব

নালাগে।

—এৰা মই নিজেই কণিকাক লগত লৈ যাম। নাহিম বুলিও শেহত আহিছে যেতিয়া কিবা এটি দিহা কৰা মোৰ কৰ্ত্তব্য। কাইলৈকেই অন্ততঃ কিছুদিনৰ বাবে গাওঁ এৰি যাম বুলি ভাবিছোঁ। তোমাক এটিবাৰ মাত লগাবলৈ বুলিহে মাথোন আহিছিলোঁ। এতিয়া যাওহে, বহুত ঘূৰিবলগীয়া আছে।

চকীৰপৰা উঠি অজিতে আকৌ ক'লে,—তোমাৰ লগত এই আলোচনাৰ উদ্দেশ্য মোৰ নাছিল। তুমি যে ইমানলৈ কিয় ভাবিছা কব নোৱাৰোঁ। এই বিষয়ে চিন্তা এৰি দিয়া। মই সকলো কথাকে সহজ ভাবেই লৈছোঁ। যি কৰিছোঁ তাৰ পৰিণাম সম্পৰ্কে মই সজাগ।

অতুলক পুনৰায় কথা কবলৈ সুযোগ নিদি অজিত ওলাই গ'ল।

অজিতৰ পাছতেই অতুলেও ঘৰৰপৰা ওলাই আহিল; কিন্তু কি ভাবি আকৌ ভিতৰলৈ সোমাই গ'ল। সি বহি বহি ভাবিবলৈ ধৰিলে,—অজিত দোষী! কণিকা দোষী! অসম্ভৱ! তেন্তে গাওঁ এৰি যাবলৈকেই বা ওলাল কিয়? ইপিনে নিজৰ চকু-কাণকো যে অবিশ্বাস কৰিব নোৱাৰোঁ। সকলো ৰহস্য যেন লাগিছে।

## (২)

অতুল বিদ্যাধৰৰ একমাত্ৰ পুতেক—উচ্চ শিক্ষিত ডেকা। তাৰ চেহেৰাত এটি স্থিৰ-গম্ভীৰ ভাব। বাহিৰত কথা-বতৰা সি কমেই কয়; কিন্তু অন্তৰখনি হলে নানা ভাবৰ উত্থান-পতনৰ স্থল। অন্যায়-অত্যাচাৰ, দুখ-শোক দেখিলে তাৰ সবল প্ৰাণ চঞ্চল হৈ পৰে। অন্তৰত তাৰ অনুভূতি আছে সঁচা, কিন্তু সেইমতে কাম কৰি উঠিব নোৱাৰে। নানা কথাতেই সি ঘাত-প্ৰতিঘাত সহ্য কৰে, সহানুভূতিসম্পন্ন তাৰ হিয়াখনি অইনৰ দুৰ্দ্দশাত ক্ষত-বিক্ষতও হয়; কিন্তু সেইবোৰৰ প্ৰতিকাৰলৈ সি একো দিহা কৰিব নোৱাৰে। তাৰ পিতাক বিদ্যাধৰ অঞ্চলৰ ভিতৰতেই ধনী, আৰু কাজেই মুখিয়াল মানুহ। বিবিধ উপায়েৰে তেওঁ ধন ঘটিছে বিস্তৰ। তেওঁৰ কথাতেই সমাজ উঠা-বহা কৰে। একেই ধনৰ গৌৰৱ, তাতে আকৌ পুতেক অতুল উচ্চ শিক্ষা লাভ কৰি মানুহলেখীয়া

মানুহ হৈছে। কাজেই বিদ্যাধৰৰ কথাৰ পাৰ পোৱা টান। বিদ্যাধৰে যিহকে কয় তাতেই হয় পায় নকলেও হব, পিতাকৰ কাৰ্য্য-কলাপ আৰু ভাব-গতিত অতুলৰ-ভাৱ প্ৰবণ হৃদয়ে অকণো গৰ্ব্ব অনুভৱ নকৰে।

অজিত অতুলৰ সমান বয়সীয়া আৰু বাল্য-বন্ধু। অতুলৰ জোখাৰে শিক্ষা লাভৰ পৰা বঞ্চিত হলেও নিজ চেষ্টাৰ বলতেই সি জ্ঞান আহৰণ কৰিছে। তাৰ আপোন বুলিবলৈ কোনো নাই। মাকৰ মৃত্যুৰ বছৰদিয়েক পিছতেই পিতাক আৰু ভনীয়েকজনীও মাউৰত পৰি সিপুৰীয়া হ'ল। তাৰ মোমায়েকৰ ফালৰো আইতাকৰ বাহিৰে কেও নাই। নিৰাশ্ৰয়া আইতাকে কিছুদিনৰ পৰা তাৰ ঘৰতেই আশ্ৰয় লৈছেহি। গাওঁৰ এমূৰে তাৰ ঘৰ। কিছুমান কিতাপকে বন্ধু হিচাবে লৈ সি থাকে। কষ্টৰ মাজেদিয়েই তাৰ দিন চলি যায়। সময়মতে অপ্ৰিয় হলেও সমাজত সি হক মাত মাতে। সমাজৰ মুখিয়ালসকল সেই বাবে যে তাৰ প্ৰতি কষ্ট নাছিল তেনেও নহয়। সি কিন্তু সেইবোৰলৈ বৰ বেছি ভ্ৰূক্ষেপ নকৰিছিল। যিহকে সি ভাল বুলি ভাবে তাকেই নিৰ্ভয়ে কৰি যায়। কোনো বিষয়তে সি অইনৰ মুখাপেক্ষী নাছিল। নিজৰ যিফেৰা আছে

তাকেই চলাই মিলাই খায়। দুখীয়া-দুৰ্গীয়াক সহায় কৰাত তাৰ পৰম আনন্দ।

কণিকাৰ বয়স প্ৰায় সোতৰ-ওঠৰ। ভাগ্য দোষত তাই কপালৰ সেন্দুৰ পায়ো হেৰুৱাইছে; আৰু খাব লগাত পৰিছে বাঁৰী ভাত আৰু তিতা মাত। বৈধব্যলৈ ভ্ৰূক্ষেপ নকৰি যৌবন-সুলভ ৰূপৰাশি যেন তাইৰ সৰ্ব্বাঙ্গতে জিলিকি পৰিছে। বাহ্যিক আড়ম্বৰ সমূলি নথকাত তাইৰ সৌন্দৰ্য্যৰ প্ৰকৃত স্বৰূপে মানব-মন মুগ্ধ কৰে। সুখত কৈ দুখৰ আকৰ্ষণ বেছি। এই ছোৱালী-জনীৰ নিজৰ কেও কোনো নাই বুলিলেও হয়। যদিও সৰু ভায়েক কনক তাইৰ লগতে আছে, তাৰ বয়স তেনেই কম আৰু কাজেই সি তাইৰ অন্তৰ-বেদনাৰ বুজ নাপায় বা তাইৰ বাবে একোৱেই কৰিব নোৱাৰে। কনকেৰে সৈতে কণিকাই খুৰাক কল্পনাথৰ ঘৰত আশ্ৰয় লব লগাত পৰিছে। সেইবাবেও তাইৰ প্ৰতি পুতৌ হয়।

কণিকা ফুলতে বাঁৰী হোৱা নাই এইমাত্ৰ। পৰি-ছিল তাই ভালতেই; কিন্তু বেচাৰীৰ বেছি দিন ঘৰ কৰা ভাগ্য নহ'ল। মাজতে তাই দিন-দিয়েকৰ বাবে মাক পিতাকৰ ঘৰলৈ আহিছিল; আৰু তাৰ মাজতেই হঠাৎ

বাতৰি পালে গিৰিয়েক শঙ্কৰ আৰু নাই। তাই কঁপি কঁপি আচন্দ্ৰাই হৈ পৰি গ'ল; আৰু জ্ঞান পাই উঠি দুবাওবাৰে কান্দিবলৈ ধৰিলে। পিতাক আৰু ভিনীহিয়েক দুপনাথে কত বুজালে, কত প্ৰবোধ দিলে; তথাপি তাইৰ কান্দোনৰ উপশম নহয়। পিতাকে কয়,—যি হ'বলৈ আছিল হ'ল; তাই আৰু ভৱিষ্যত ভাবি অস্থিৰ হোৱাৰ আৱশ্যক নকৰে; তেওঁৰ ভঁৰালৰ কাউৰী খেদিও তাই সুখে-স্বচ্ছন্দে খাই লৈ থাকিব পাৰিব। ভিনীহিয়েক দুপনাথে বুজনি দিয়ে,—জীৱনৰ এনে ঘটনাক সহজ ভাবে লোৱাই ভাল। কান্দি-কাটি নিজক কষ্ট দিব পৰা যায় সঁচা; কিন্তু তাৰ পৰা যি ঘটিল সি আৰু নোসোটে। কণিকাৰ ভৱিষ্যতৰ ভাৰ লবলৈ তেওঁলোক আছে যেতিয়া, সেই বিষয়ে তাইৰ চিন্তা নিষ্প্ৰয়োজন। কণিকাৰ কান্দোন চৰিহে যায়। মুখত কথাটিও নাই, কেৱল তাই কান্দে আৰু কান্দে, যেন পৃথিবী দুফালহে হৈ যায়।

* * * *

দুদিনমানৰ মূৰত অলপ সুস্থিৰ হৈ পিতাক আৰু ভিনীহিয়েকৰ হাক সুগুনিও কণিকা শহুৰেক-শাহুৰেকৰ ঘৰলৈকে গ'ল।

# ( ৩ )

হতভাগিনী কণিকাৰ দুখৰ সীমা নাই। বিধবা হোৱাৰ পিছত তাই প্ৰায় দুবছৰ কাল শহুৰেকৰ ঘৰতেই নানা অশান্তি ভোগ কৰি হলেও থাকিল। সেই কাল ছোৱাত কত যে কেটেৰ-জেঙেৰ তাই শুনিব লগাত পৰিছিল তাক কৈ অঁটাব নোৱাৰি। প্ৰতি দিনে লক্ষ্মীচাৰী, শাখিনী, গজমুৰী প্ৰভৃতি নানা অভৈচ গালিত তাইৰ কাণ তাল মাৰি ধৰে। তাইৰ লহপহীয়া চুলি-তাৰি আৰু ঠগুৱা ভৰি দুখনিয়েও সাপ-নেজীয়া আৰু খৰম-যুৰীয়া আখ্যা লৈ গালি শপনি খোৱাত সহায় কৰিছিল। যেতিয়া শহুৰেক-শাহুৱেকে পুতেকৰ মৃত্যুৰ কাৰণ বুলি তাইলৈকে আঙুলিয়ায়, ধাৰাসাৰ চকুপানীৰ মাজেদি ওলাই পৰে তাইৰ অন্তৰৰ অস্থিৰতা। তাইৰ চকুপানীয়ে কেওঁলোকৰ মন কোমলাওক চাৰি বেছি কাঠচিতীয়াহে কৰি তোলে। হিয়া-ঢাকুৰি আৰু বুকু

ভুকুৱাই কান্দিও কণিকাই শান্তি নাপায়। অম্বৰ পোৰ-ণিত ধৰ্ ফৰ্ চট্ ফট্ লগালেও তাইৰ দুখত দুখী হবলৈ কেও নাই।

ইমানতো কণিকাৰ দুখৰ বাটিটি পূৰ্ণ নহ'ল। অৱ-শেষত শহুৰ-শাহুৱেকে নিঠুৰ হৃদয়েৰে ঘৰৰ পৰাও তাইক উলিয়াই দিলে। কনিকাৰ কি কৰোঁ। ক'ত মৰোঁ। লাগিল। মাক-পিতাকৰ আশ্ৰয় লোৱা ভিন্ন তাইৰ কি গতি আছে? আজি যে তাইক বাট দেখুৱাবলৈ কেও নাই! মনত পৰিল মৃত্যুৰ আগতে মাক-পিতাকৰ ঘৰলৈ যাব ওলোৱাত শঙ্কৰে কিদৰে তাইক বাৰে বাৰে মানা কৰিছিল, কেনেকৈ তাই আখটি ধৰি তাক সন্মত কৰাই-ছিল। তাইৰ মনে আৰ্ত্তনাদ কৰি উঠে—আহা, এটিবাৰ তুমি আহা; মই যাবলৈ ওলাইছোঁ, বাধা দিয়াহি, বাধা দিয়াহি! কণিকাৰ ভৰিৰ তলত পৃথিবীখন তল্ মল্ লগায়; তাই আচন্দ্ৰাই হৈ পৰি যায়।

কণিকা মাক পিতাকৰ ঘৰলৈ আহিল হয়, কিন্তু বিধাতাই তাইৰ পাছ নেৰিলে। ওঠৰটি মাহ সুখ-দুখৰ মাজেদি কটাই অলপ ডাঠ হবলৈ পাও নৌপাওতেই কাল-ধুমুহাই মাক পিতাক দুয়োকে অন্তৰ্হিত কৰি নিলে কনকেৰে সৈতে তাইক অকলশৰীয়াকৈ এৰি। ৰূপনাথ

আৰু অন্যান্য দুই চাৰিৰ সহায়ত পিতাক-মাকৰ প্ৰেত-কাৰ্য্য সমাধা কৰি কনককেই বুকুত বান্ধি লৈ হা হুমুনিয়া-হেৰে তাই দিন নিয়াবলৈ ধৰিলে। জীৱনৰ কেইটা জাৱ-জহেই বা পালে তাতেই যি পৰিমিত অভিজ্ঞতা তাইৰ হ'ল সেয়েই ক্ৰমে বুজাই দিবলৈ ধৰিলে যে ধৈৰ্য্যই বিপদৰ একমাত্ৰ আছুদি ; অধৈৰ্য্য হোৱাৰ পৰা বিপদ শাম নাকাটে। যিখন ঘৰ আগুৰাৰ ভাৰ হঠাতে তাইৰ ওপৰত পৰিল, তাক ৰবলৈ তাই নিজকে প্ৰস্তুত কৰি-বলৈ ধৰিলে। ভায়েক কনকৰ ভৱিষ্যত মঙ্গল চিন্তাই এই প্ৰয়াসত তাইক অনুপ্ৰেৰণা যোগাইছিল।

ৰূপনাথৰ মাক আৰু পেহীয়েকৰ এজনী নহয় এজনী প্ৰায় প্ৰতিদিনেই কণিকাহঁতৰ ঘৰত থাকেহি। সিদিনা-লৈকে কণিকাৰ মাক-পিতাকৰপৰা পোৱা উপকাৰৰ কথা সুঁৱৰি ৰূপনাথৰ পৰিয়ালটোৱে তেওঁলোকৰ স্মৃতিৰ উদ্দেশ্যে মূৰ দোৱায়। তেওঁলোক আতৰিল বুলিয়েই ঘৰখন ঠেকছিগা হব. বিশেষকৈ ৰূপনাথৰ বুঢ়া পিতাকে ভাবিবকে নোৱাৰে। বুঢ়াই নানা বিষয়ে কণিকাক লাগতিয়াল উপদেশ দিয়ে আৰু আৱশ্যকমতে সহায়ো কৰে।

কণিকাৰ জোৱাই দিয়া জোৱায়েক হলেও কণিকাৰ পিতাকে ৰূপনাথক আপোন জোৱায়েকতকৈও বেছি মৰম

আৰু বেথাৰ চকুৰে চাইছিল। তাৰ ওপৰত তেওঁৰ বিশ্বাসো আছিল যথেষ্ট। ৰূপনাথ শিক্ষিত, গাওঁত তাৰ ঠাই আছে। কণিকাৰ পিতাকে নানা বিষয়ত তাৰপৰা দিহা-পৰামৰ্শ পায়। মাটি-বাৰী চলোৱাত বা টকা-পইচাৰ লেন-দেনত তাৰ উপদেশ আৰু সহায় নহলেই তেওঁৰ নচলে। কণিকাৰ পিতাক খৰচত টান বিধৰ হলেও ৰূপনাথৰ প্ৰতি তেওঁ হাতৰ মুঠি ঢিলাকৈয়ে ৰাখিছিল। মুঠতে এই পৰিয়ালটোত ৰূপনাথৰ অবাধ গতি আছিল। আপোন শহুৰেকৰ ফালৰ কেও কোনো নাথাকিলেও কণিকাৰ পিতাককেই সি আপোন শহুৰেক জ্ঞান কৰিছিল। ঘৈণীয়েকৰ মৃত্যুৰ পিছতো এই ভাব ভাৰ ক্ষুটুটিল।

সিদিনা আবেলি পৰত কণিকা চোতালত বহি আছে। এনেতে ৰূপনাথে কনকক হাতত ধৰি লৈ সেইখিনি ওলালহি। ৰূপনাথক দেখি কণিকাই বহি থকা পীৰা-খন আগবঢ়াই দি ভিতৰলৈ গ'ল আৰু বটাটো উলিয়াই আনি তামোল কাটিবলৈ ধৰিলে।

কণিকাই সুধিলে,—কোনোবা ফালে ওলাইছে হবলা?

ৰূপনাথে অন্য ফালে চাই আছিল। সেই ভাবেই সি ক'লে,—এবা, এবাৰ ওলায়েই আহিছোঁ। ঘৰত

যে তিষ্ঠাই টান হৈ পৰিল। একে কথাকে শুনি শুনি অসহ্য হোৱাৰ উপক্ৰম হৈছে।

কণিকাই একো বুজিব নোৱাৰি চকুত প্ৰশ্ন লৈ ৰূপনাথৰ মুখলৈ চালে। ৰূপনাথে কৈ গ'ল,—সকলোৰে মুখত কেৱল বিয়াৰ কথা। মই জানো বিয়াত আপত্তি কৰিছিলোঁ? তেন্তে আকৌ সেই প্ৰশ্ন কিয়? তুমিয়েই কোৱা কণিকা, মইনো বাৰু কি কৰিব পাৰোঁ!

ৰূপনাথে কণিকালৈ লক্ষ্য কৰিলে। বায়েকৰ কথা মনত পৰাত কণিকাৰ মুখলৈ খন্তেকৰ বাবে ভাবান্তৰ 'আহিলেও নিজকে সামৰি লৈ হাঁহিৰে তাই ক'লে,—আপোনাৰ এইবোৰ কি কথা, ভিনীহিদেউ! আপোনাকতো আৰু নোৱাৰা কাম কৰিবলৈ কোৱা নাই।

ৰূপনাথে কণিকাই আগবঢ়াই দিয়া তামোলখন হাতত লৈ ক'লে,—নোৱাৰা কথাই, কণিকা। এদিন যে আশা নাছিল এনে নহয়; কিন্তু সি মৰিমূৰ হৈ গ'ল। এদিন যি সপোন দেখিছিলোঁ সি সপোনতে শেষ হ'ল; দিঠকত পৰিণত হবলৈ নাপালে। অৱশ্যে আজিও এইকেৰা বিশ্বাস ৰাখোঁ যে মোৰ বিৰুদ্ধে তু-শব্দ কৰিবলৈ সমাজত এজনো নোলায়। কিন্তু কি হব!

মৈণীয়েকৰ মৃত্যুৰ পিছত ৰূপানাথে কণিকাক পাবলৈ

আশা কৰিছিল ; কিন্তু সি ফলৱতী নহ'ল। কণিকাৰ মাক-পিতাকে তাক যিমানেই ভাল নাপালেও তাৰ এই প্ৰস্তাৱত সম্মতি দিয়া নাছিল। এই কথাৰে উল্লেখ কৰি ৰূপনাথে দিয়া কুৎসিৎ ইঙ্গিত কণিকাই বুজি পালে। খং আৰু দুখেৰে তাই কবলৈ ধৰিলে,—নাপাহৰিব, আপুনি কথা কৈছে এজনী বিধবাৰ আগত। গুপুত অভিপ্ৰায় লৈ অভিনয় কৰাৰ ঠাই ই নহয়। আপোনাক চিনিবলৈ এতিয়াও বাকী আছে নে ? আজি আৰু আজলী নহওঁ যে আপোনাৰ সকলো কথাকে বিশ্বাস কৰিম। আপুনি মাননীয় হ'লেও কব লগাত পৰিছোঁ আপুনি নীচতাৰ পৰা মুক্ত নহয়। কাৰোকৈ কৈছোঁ এই সৰ্ব্বনশীয়া চিন্তা এৰি দিয়ক।

ৰূপনাথে কণিকাৰ কথাৰ সাৰ-মৰ্ম্ম বুজি পালেও ছলনাময়ী আশাৰ কুহকে তাক অভিমানত জ্বলি উঠি-বলৈ নিদিয়ে। সি সমাজৰ গুৱীয়াল, অইনৰপৰা কটু-কথা শুনাৰ অভ্যাস তাৰ নাই, আছে শুনোৱাৰ। তথাপি কণিকাৰ কথাত সমূলি গুৰুত্ব আৰোপ নকৰা যেন দেখুৱাই সি ক'ল,—এই চিন্তাৰ মূলত কোন, কণিকা ? কিহৰ প্ৰলোভনত আজিও তোমাৰপৰা আঁত-ৰিব নোৱাৰিলোঁ ? তোমাৰ অৱস্থাত সুখী মই নহওঁ,

তথাপি একো একো বাৰ ভাবোঁ, তোমাক হেৰুৱাবো পাৰোঁ।। জানোঁ বাটত বাধা আছে; কিন্তু ইও ধ্ৰুৱপ যে আশা পূৰ নহলে চিন্তাই মোক অব্যাহতি নিদিয়ে।

—কিন্তু নিজে চিন্তাৰ পৰা অব্যাহতি পাবলৈ অইনক সৰ্ব্বনাশৰ ফালে মাতে কেনেকৈ? উদাৰতাৰ মোখনীৰ আঁৰত ছলনা আৰু কিমান দিন লুকুৱাই ৰাখিব? আপোনাৰ স্বৰূপ আজি স্পষ্ট ভাবে মোৰ চকুত ধৰা পৰিছে। ভাবি চাওক, আই-পিতাৰ সৰলতাৰ সুযোগ লৈ মোৰ কি সৰ্ব্বনাশ সাধিবলৈ পাতিছিল! তেওঁ-লোকৰ সৰল বিশ্বাসৰ পৰিবৰ্ত্তে আপুনি দি আহিছিল ঘোৰ প্ৰতাৰণা। আপোনাৰ ওপৰত একে বিশ্বাসকে থাপি তেওঁলোক মৰি গ'ল; তথাপি আপোনাৰ চকু মুকলি নহ'ল, মনলৈ অনুতাপ নাহিল। কনক আৰু মোৰ ভাগ্য বিপৰ্য্যয়েও আপোনাৰ মনৰ গতি লৰাব নোৱাৰিলে; কলিজা আপোনাৰ কম ডাঠ নহয়! আপুনি যেন ভৱিষ্যতে মোৰ ওচৰলৈ নাহে। বিপদ আহে আহক, আপোনাৰ দৰে মানুহৰ সহায় লৈ বিপদ তৰিবৰ ইচ্ছা মোৰ নাই।

কণিকাৰ উগ্ৰ কথাত ৰূপনাথৰ মানসিক উত্তেজনা কিছু সেমেকিলেও আশা নাযায়। তাই উচাট্ মাৰি

গুচি নগৈ তাৰ কথাত যোগ দিয়াটোকেই সি আশাৰ অনুকূল যেন পায়। সি তাৰ সপোনৰ অৱসান হবলৈ নিদিয়ে। কথাৰ গতি সলাই সি কয়,—সেইবুলি খুৰায়েৰাই তোমালোকৰ দুখত দুখী হব, কেতিয়াও নাভাবিবা, কণিকা! শুনিছোঁ তেওঁ হেনো তোমালোকক লৈ যাবলৈ বিচাৰিছে। কব নোৱাৰোঁ। মোৰ কথাত তোমাৰ পতিয়ন হয় নে নহয়; তেওঁৰ কিন্তু এই প্ৰস্তাৱ তেনেই সৰল বিধৰ বুলিব নোৱাৰোঁ। তেওঁক মই চিনি পাওঁ, স্বৰ্গীয় পিতেৰায়ো চিনিছিল। ভায়েকে যে ককায়েকক এনে ব্যৱহাৰ কৰিব পাৰে ভাবিব নোৱাৰা কথা। কনকৰ ভৱিষ্যত আজি তোমাৰ হাতত, তোমাৰ অলপ ভুলৰ বাবেও তাৰ ঘোৰ অনিষ্ট হব পাৰে।

ৰূপনাথে চাৰিওফালে চাই দেখিলে যে ইতিমধ্যে কনক কোনোবা ফালে সৰকিছে।

কণিকাই ক'লে,—মোৰ পৰা যে কোনোবাৰ কিবা মঙ্গল হব মই নাভাবোঁ; কিন্তু অৱস্থাৰ সন্মুখৰপৰা পিছু হুহকিবৰো উপায় নাই। ডাঙৰ বগৰীৰ দৰে থান্‌থিত নোহোৱা ভাগ্যই যদি হয় এবাম কেনেকৈ? যদিহে আপোনাৰ অকপট ভাবৰ পৰিচয় পালোঁহেঁতেন, যদিহে আপুনি স্বাৰ্থশূন্য হ'লহেঁতেন। কিন্তু তেনে আশা

নিষ্ফল।

কণিকাৰ দুই চকু চল্‌চলীয়া হৈ উঠে।

ৰূপনাথে এটি হুমুনিয়াহ পেলাই কয়,—মোৰ ওপৰত অবিচাৰ কৰি মিছাতে দুখ পাইছা, কণিকা। তুমি মোক সন্দেহ কৰিব পাৰা; কিন্তু তোমাৰ পিতেৰাই মোৰ মূল্য বুজিছিল। আজিও তুমি মোক চিনিব নোৱাৰিলা। তোমাৰ বাবে কি কৰিছিলোঁ, কিমান দূৰলৈ গৈছিলোঁ। যদিহে বুজিলাহেঁতেন—

কিবা এটি কেনেবা ভাৱত কণিকাৰ গা শিয়ৰি উঠে। তৎক্ষণিকে তাই ভাবপৰা আঁতৰি ঘৰ সোমায় গৈ। ৰূপনাথে অলপ পৰ ৰ-লাগি সেইপিনে চাই থাকে; আৰু গধুৰ মন লৈ লাহে লাহে ওলাই যায়। কণিকাৰ বিয়া হৈ যোৱাৰ পিছতো তাইৰ ৰূপত বলীয়া ৰূপনাথে তাইৰ সমুখত প্ৰলোভনৰ যি জাল মেলিছিল তাক কোচাই লোৱাৰ কথা সি কোনোমতেই ভাবিব নোৱাৰে:

কণিকাই মনে মনে ভাবে কিয় তাইৰ ৰূপত অইন মুগ্ধ হয়! ৰূপ যদি আনন্দৰ উৎপত্তিৰ থল, তেন্তে সেই ৰূপত পাপ আৰু কলুষতাৰ উৎপত্তি হয় কিয়! সৌন্দৰ্য্য যদি মানুহে ভাল পায়, সুন্দৰৰ সৌন্দৰ্য্য নষ্ট কৰিবলৈ মানুহে বেয়া নাপায় কিয়! কিন্তু এইবোৰৰ

সন্নিধান তাইক কোনে দিব ? তাই ভাবে, কেৱল ভাবে আৰু চকু-পানীৰে তিতি যোৱা তাইৰ দুগালত মূৰ্ত্তিমতী দুখৰ প্ৰতিবিম্ব জিলিকি উঠে।

কণিকাৰ ৰূপেই হ'ল তাইৰ ঘোৰ শত্ৰু। গাওঁৰ ডেকা-সকলে কণিকাৰ প্ৰতি ৰূপনাথৰ অভিপ্ৰায় বুজি পায় ; কিন্তু সিহঁতে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰিব দূৰৰ কথা, সুযোগ লবলৈহে বিচাৰে। সিহঁতৰ দুই-চাৰিয়ে কাৰ চপাৰ ছেগ বিচাৰি অযাচিত ভাবে তাইৰ দুখ পতিয়ায় আৰু নানা প্ৰকাৰে তাইক অস্থিৰকৈ তোলে। কি অধঃ-পতন ! অন্যায় অত্যাচাৰৰ উহ পালেই বীৰ বিক্ৰমেৰে জপিয়াই পৰা যি যুৱকৰ পবিত্ৰ কৰ্ত্তব্য, সেই যুৱকে আজি ব্যভিচাৰৰ ভটীয়নি পানীত গা এৰি দিছে। শক্তি-সাধনা যি যুৱকৰ একনিষ্ঠ ব্ৰত, সেই যুৱকে আজি আশ্ৰয় লৈছে কাপুৰুষতাৰ। ধ্বংসৰ ভেটিৰ ওপৰত গঠনৰ সৌধ নিৰ্ম্মাণ কৰাতেই যি যুৱকৰ আনন্দ, সেই যুৱকে আজি ধ্বংসৰ নামত কুৰি হাত আঁতৰেদি দেও দি গুচি যায় আৰু গঠণৰ নামত ইকাণ-সিকাণ কৈ পিছ মুখ দিয়ে।

কণিকাই সকলো বুজি পায়, কিন্তু প্ৰতিকাৰৰ উপায় নেদেখে।

কল্পনাথ কনক আৰু কণিকাৰ আপোন খুৰাক। তেওঁ সিহঁতক অতিশয় আগ্ৰহেৰে নিজৰ ঠাইলৈ আনিলে। ককায়েকৰ লগত মনোমালিন্য হোৱাত কল্পনাথে বেলেগ হৈ ওলাই আহে আৰু বৰ্ত্তমান ঠাইত ঘৰ-দুৱাৰ সাজি বাস কৰেছি। পিছৰ ছোৱাত ভায়েক-ককায়েকৰ মাজত বৰ ভাল সম্বন্ধ নাথাকিলেও কল্পনাথে একমাত্ৰ আপোন হিচাবে কনক আৰু কণিকাক মাবটি লয়। সিহঁতৰ ঘৰ দুৱাৰ পৰ্য্যন্ত তেওঁ ভাঙি-ছিঙি লৈ আহিল। তেওঁ প্ৰকাশ কৰিছিল যে তেওঁৰ লগতে থকা সিহঁতৰ মাটিত লাহে-ধীৰে ঘৰ-দুৱাৰ সাজি দি সিহঁতৰ সকলো সিহঁতকে গটাই দিব। কল্পনাথে নানা ভাবে চেষ্টা কৰিছিল যেন কণিকাই কল্পনাথৰ প্ৰস্তাৱত সন্মতি দিয়ে; কিন্তু তাৰ একো ফল নহ'ল। কনকৰ হাত এখনত ধৰি চকু-পানীৰে দুগাল তিয়াই কল্পনাথৰ পাছে পাছে তাই ওলাই আহিল।

---

অজিতৰ ঘৰ গাওঁৰ মূৰত কল্পনাথৰ কাষতেই। কাজেই কণিকা আৰু কনকৰ লগত তাৰ প্ৰায়েই দেখা-সাক্ষাত হয়। এই বায়েক-ভায়েক হালৰ বিলাই-বিপত্তিত অজিতৰ অন্তৰত আঘাত লাগে; আৰু কণিকাৰ মুখনিত ফুটি ওলোৱা দুখ-শোকৰ ৰেখাটি তাৰ করুণাপূৰ চকু জুৰিত ধৰা পৰে। সি কাৰো আগত এই বিষয়ে একো নকলেও আপোন মনতে ভাবে। কণিকা আৰু কনকক ভাল পাবলৈ তাৰ ইচ্ছা হয়, সিহঁতক আপোন কৰি লবলৈ তাৰ প্ৰাণে বিচাৰে। তাৰো মাক-পিতাক নাই, কনক আৰু কণিকাও মা-মৰীয়া বাপ-মৰীয়া। কনক যদি তাৰ ভায়েক হ'লহেঁতেন, কণিকা যদি তাৰ ভনীয়েক হ'লহেঁতেন!—ভাবিয়েই সি আনন্দ পায়। এখন কল্পনা ৰাজ্যত কনক আৰু কণিকাক ভায়েক-ভনীয়েক হিচাবে লৈ সি বিচৰণ কৰে। সংসাৰৰ লাৱণ্য আৰু সৌন্দৰ্য্য

একেলগে যেন বিধাতা পুৰুষে কণিকাতেই থাপিছে, তাইৰ দেহটি যেন ন-নি গুৱনি অঙ্গৰ মিলন-ছবি ; অথচ ভাগ্যৰ কি পৰিহাস—নাই তাইৰ কপালত সেন্দুৰ, নাই তাইৰ হাতত শাখা। হ'ব লাগিছিল তাই বঙিলী-বাংচালী, কিন্তু তাৰ সলনি তাইৰ দেহৰ অতুলনীয় ৰূপৰাশি আৰু অঙ্গ-লাৱণ্য ভেদ কৰি প্ৰকাশ পাইছে এক বিষাদ কালিমা। কণিকাক দেখিলে এইবোৰ চিন্তাই অজিতৰ অন্তৰ-ৰাজ্যত ৰাজত্ব কৰে।

কণিকাৰো অজিতৰ প্ৰকৃত অৱস্থাৰ লগত পৰিচয় ঘটে। তাই জানিলে যে অজিতৰ মাক-পিতাক নাই আৰু এখন ঘৰত তাক অকলশৰীয়া এটি প্ৰাণী বুলিলেই হয়। প্ৰতিদিনে কণিকাই দেখিবলৈ পায় অজিতে নিজ হাতেৰে সকলো কাম কৰা। আইতাকক পাৰি-পাৰ্য্যমানে সি কাম কৰিবলৈ নিদিয়ে। অজিত এজন পুৰুষ মানুহ; অথচ মাইকী মানুহ থকা ঘৰৰ দৰে তাৰ ঘৰখন পৰিপাটি আৰু চিকণ। নিজৰ কাম সি নিজেই কৰে; নাই সেইবাবে তাৰ কোনো দুখ, নাই কোনো অশান্তি। সকলো অৱস্থাতেই সি সুখী। সি যি অৱস্থাত পৰিছে সি যেন তাৰ পক্ষে অপৰিহাৰ্য্য আৰু অত্যাৱশ্যকীয় হে। দুই-চাৰিয়ে মাজে সময়ে তাৰ ঘৰলৈকে

আছে, আৰু সি তেওঁলোকৰ লগত দেশ-বিদেশৰ কথা আলোচনা কৰে আৰু নিজৰ মতামত দিয়ে। বাহিৰতো কণিকাই অজিতৰ কৰুণাময় হৃদয়ৰ আভাস পায়। কোনোবাৰ বেমাৰ-পাতি হ'লে অজিতে হিয়া ঢালি সহায় কৰে। অইনক সহায় কৰিবলৈ পোৱাতেই যেন তাৰ সুবিমল আনন্দ। অজিতৰ দৰে জীৱন যাপন কৰিবলৈ কণিকাৰো ইচ্ছা হয়; কিন্তু সুবিধা পায় কেনেকৈ ?

আজি-কালিকৈ কণিকা আৰু অজিতৰ মাজত কথা-বতৰা হবলৈ ধৰিলে। কনকেও মৰম-বেথা পাই অজিতৰ ঘৰলৈ মাজে সময়ে আহে। কণিকাই অজিতৰ ওচৰত যেন এক জুৰণিৰ থল হে পালে। তাৰ সৰল আৰু মৌ-সনা কথাত তাই আপ্লুত হৈ যায়। তাইৰ ধাৰণা হ'ল যে তাৰ ওচৰত হিয়া উবুৰিয়াই দিব পাৰিলে তাইৰ অন্তৰৰ দুখ-শোকৰ বোজা বহু পৰিমাণে পাতলিব। অজিতৰ সম্বন্ধে তাইৰ একো সন্দেহৰ প্ৰশ্ন নুঠে। তাই ভাবে যে অজিতৰ মনোবৃত্তি কেতিয়াও হীন হ'ব নোৱাৰে, সি সকলো সংশয় আৰু নীচতাৰ পৰা মুক্ত। অজিতৰ কাষলৈ অহা-যোৱা কৰা বাবে কোনোবাৰ মনত কিবা ভাব ওপজাৰ যুক্তিযুক্ততা সম্বন্ধেও তাই

এৰো ভাবিব নোৱাৰে।

সিদিনা একাদশীৰ উপবাস। কাম-বন শেষ হোৱাৰ পিছত অকলে অকলে থাকিবলৈ বেয়া লগাত কনকক লগত লৈ কণিকা অজিতহঁতৰ ঘৰলৈ আহিল। আইতাক থকা ঘৰটিৰ পৰা অজিত ওলাই আহিছিল। কনক আৰু কণিকাক দেখিয়েই সি আগবাঢ়ি আহিল আৰু কনকৰ হাত এখনত ধৰি লৈ ঘৰ সোমালগৈ। কণিকাৰ শুকান মুখনি অজিতৰ চকুৰ পৰা লুকাই নৰ'ল। সি কনকক মৰমেৰে সুধিলে,—কনক! তোমালোকৰ খোৱা-বোৱা হৈছে নহয়?

কনকে আমন-জিমনকৈ ক'লে,—মোৰ হৈছে, বাই-দেউৰহে লঘোণ।

কণিকাৰ শুকান মুখনিৰ পৰাই অজিতৰ তেনে এটি ধাৰণা হৈছিল। সি আকৌ সুধিলে,—তোমাৰ বায়েৰাই মাজে সময়ে এইদৰে লঘোণে থাকেই হবলা?

—থাকে, কিয় কব নোৱাৰোঁ। খাবলৈ বোলে নাপায়।

কনকৰ মূৰত হাত বুলাই অজিতে মনে মনে কিবা ভাবিবলৈ ধৰিলে।

কনকে আকৌ ক'লে,—বাইদেউৰ বৰ দুখ। ইমান

কাম কৰে, খুৰীয়ে তেও ভাল নাপায়।

যন্ত্ৰটিৰ দৰে অজিতে কনকৰ মূৰত হাত বুলায়েই থাকিল, একো নামাতিলে।

অজিতৰ মুখলৈ চাই কনকে আকৌ কয়,—মোক খুৱায়, নিজে হলে একোকে মুখত নিদিয়ে।

অজিতৰ আইতাকক মাত লগাই আহি কণিকাই সেইখিনি পাইছিল। তাই কনকৰ কথা শুনি হাঁহিৰে ক'লে,—কি কৈছ কনক? ব'ল এতিয়া যাওঁ গৈ।

অজিতে নীৰৱতা ভাঙি তৎক্ষণাৎ অভিযোগৰ সুৰেৰে কৈ উঠিল,—বাৰু কণিকা, উপবাস-ব্ৰত তুমি পালিব লাগে কিয়?

অজিতৰ এই প্ৰশ্নত কণিকাই বিমোৰত পৰা যেন নাপালে। তাই জানে যে অন্ততঃ এই এজন মানুহ আইনৰ দুখ-কষ্টৰ প্ৰতি উদাসীন নহয়। তাতে আকৌ খুৰীয়েকৰ ব্যভিচাৰ বাক্য তেতিয়াও তাইৰ কাণত বাজি আছিল। তাই উত্তৰত ক'লে,—নহলে যদি নিজৰ অৱস্থাৰ কথা পাহৰি যাওঁ! পালন কৰাই যে সমাজৰ নিয়ম।

—তেন্তে সমাজৰ নিয়ম বুলিয়েই তুমি এইবোৰ পালন কৰা? তাত তোমাৰ বা সমাজৰ লাভ কি?

আন্তৰিকতা নোহোৱাকৈ মাত্ৰ অইনক দেখুৱাবলৈকে ব্ৰত-উপবাস কৰিলে ছলনা নহয় জানো ? প্ৰাণ এৰি জকাটো আকোৱালি নোলোৱাই ভাল ।

—কিন্তু সমাজে যে বিচাৰে তাকেই । বাহিৰত পালন কৰিলেই সমাজৰ নিয়ম ৰক্ষা পৰে, তাত আন্তৰিকতা থকা নথকাৰ প্ৰশ্ন নাই । বাহ্যিক আচাৰৰ আঁৰত ব্যভিচাৰ ঘটিলেও তিমান দোষৰ কথা নহয় ; কিন্তু বাহ্যিক আচাৰ পালনত কিঞ্চিত ব্যতিক্ৰম ঘটিলেই সমাজৰ মানত ঘোৰ ব্যভিচাৰ । তেনেস্থলত প্ৰাণেৰে সৈতে পৰিচয়ৰ সুযোগ ক'ত ? বাহ্যিক নিয়ম মানি চলিবলৈকেই আমাৰ ওপৰত নিৰ্দ্দেশ ।

—নিৰ্দ্দেশ বুলিয়েই পালন নকৰি বিবেচনাৰে বিচাৰ নকৰা কিয় ?

—সনাতন সমাজৰ চিৰন্তন ৰীতিয়ে আমাৰ বিবেচনালৈ কিবা এৰিলেহে । আমাৰ বাবে যে সকলো ব্যৱস্থাকেই বান্ধি ৰখা হৈছে । আমি একো-একোটা অমঙ্গলৰ চিত্ৰ । আমাক দেখিলেই লোকৰ যাত্ৰা নষ্ট হয়, শুভ কাৰ্য্যত আমাৰ যোগদান নিষেধ । দুখ-শোক আমাৰ চিৰ-লগৰীয়া আৰু মুখৰ হাঁহি-মাত দোষৰ কথা । এই ব্যৱস্থাৰ শাসন নামানিলে যে আমাৰ

নিস্তাৰ নাই।

—বাৰু কণিকা, তুমি ভাবানে যে বিয়া বা পুৰুষৰ বাবেই তিৰুতাৰ জন্ম? বিয়া নহলে কি তিৰুতাৰ জীৱন অসাৰ?

—অন্য ভাব ভাবোৱেই বা কেনেকৈ? সেয়ে যদি নহব, আজি এই অৱস্থাত পৰিলোঁ কিয়?

—কিন্তু এনেকুৱা মানুহো যে থাকিব পাৰে যাৰ মানত এজনলৈ মোহতকৈ গোটেই মানৱ জাতিৰ প্ৰতি ভালপোৱাই অধিক বাঞ্ছনীয়!

কণিকাই অজিতৰ মুখলৈ চালে।

কনাকে ক'লে,—ঘৰলৈ যাওঁ ব'ল, বাইটী!

—এৰা বৰ পলম হ'ল। বাৰু ব'ল এতিয়া যাওঁগৈ।

—কণিকা যাবলৈ ওলাল। যোৱাৰ আগেয়ে তাই অজিতক সুধিলে,—অইনৰ খোৱা-বোৱাৰ কথা হলে ভাবিছে; কিন্তু নিজৰ পেটত যে এতিয়াও একো পৰা নাই সেই বিষয়ে কাণ-সাৰ নাই কিয়? বন্ধা-বঢ়া পৰ্য্যন্ত এতিয়ালৈকে বাকী। আইতাৰ আজি উপবাস, তেওঁনো ৰান্ধি দিয়ে কেনেকৈ? দুসাজৰ কাম এইদৰে এসাজেৰে নচলাই কিবা এটি দিহা কৰি লোৱাই ভাল। অলপ সহায় কৰি দিবলৈকেও কেও কোনো নোহোৱা অৱস্থাত থাকে

কিয় ?

—নালাগে কণিকা, ইমান দিবে নিজেই নিজৰ কাম কৰি আহিছোঁ, আজি নোৱাৰিম কিয় ? নিজৰ ঘৰে যোগ্য চাকৰ আৰু নাই। এইঘৰে থাকিয়েই মোৰ ভাল লাগে। দুখ বুলি ভাবিলেই দুখ ; নাভাবিলে দুখ ক'ত ? মোৰ এই ধৰণৰ জীৱন-যাপন আইনৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত সমূলি নির্ভৰ কৰা নাই। বাৰু, এতিয়া যোৱাগৈ ; কিজানি বৰ পলমেই হ'ল।

কনকৰ মুখলৈ চাই অজিতে মৰমেৰে ক'লে,—কনক, তই হলে আহি থাকিবলৈ নাপাহৰিবিদেই।

কনকে কয়,—তুমি মোক মৰম নকৰিলে মই আৰু নাহোঁ। বাইদেউৰ লগত হলে কথা কোৱা ; মই কিবা কলেও মনে মনে থাকা।

অজিতে এটি চুমা খাই কনকক বুকুৰ মাজত আকোৱালি লয়।

—আহিবি সোনটি, তোক মই মৰম কৰিম। তই যে মোৰ সৰু ভাইটি। আৰু এটি চুমা খাই কনকক সি নমাই দিয়ে।

কনকৰ হাত এখনত ধৰি কণিকা আঁতৰিল। গৈ গৈ ভাবি ভাবিলে,—এই এজন মানুহ।—মনত কত

ভাব!—প্ৰাণত কত আবেগ!—শত দুখৰ মাজতো কি গাম্ভীৰ্য্য!—আনৰ দুখ-কষ্টত অন্তৰত প্ৰতিধ্বনি উঠে; কিন্তু নিজৰ দুখ-কষ্টলৈ ভ্ৰূক্ষেপ নাই!

কণিকা শুচি গ'ল হয়, কিন্তু অজিতৰ চিন্তা নগ'ল। সি নিজকে নিজে ক'লে,—এই হতভাগিনী ছোৱালীজনীয়ে কি মৰ্ম্মান্তিক বেদনা পাইছে, কি নিদাৰুণ মনোকষ্ট সহিছে! প্ৰতি পদে তাইক বুজাই দিয়া হৈছে যে তাই বিধবা, তাইৰ কপাল ভাঙিছে। ঈশ্বৰৰ সৃষ্টিত তাইৰ জীৱনৰো যে সাৰ্থকতা আছে, মুকলিমূৰীয়াকৈ কৰিব-লগীয়া তাইৰো যে কাম আছে এনে চিন্তা তাইৰ মনলৈ আহিলেও সমাজে তাক প্ৰকাশ পাবলৈ নিদিয়ে।

—•—

(৫)

সিদিনা ৰাতিপুৱাতে বিদ্যাধৰ আৰু কল্পনাথে বিদ্যাধৰৰ চ'ৰাঘৰত মেল পাতিছে। কথা কোৱাৰ লগে লগে শিৱ-ভক্ত বিদ্যাধৰে এচিলিম উলিয়াই কল্পনাথৰ হাতত দিলে আৰু কল্পনাথেও হাঁহি এটি মাৰি অতি আগ্ৰহেৰে জটীয়া দেৱৰ বস্তুখিনি মোহাৰি, টিপি, চাধাত পেচ দি বহা পীৰাখনৰ এচুকতে সৰু চুৰী এখনেৰে কচ্ কচ্ কৈ কুটিবলৈ আৰম্ভ কৰিলে।

কল্পনাথে কয়,—এতিয়া মোক খি হয় এটা পৰামৰ্শ দিয়া।

কিহৰ পৰামৰ্শ?—বিদ্যাধৰে সুধিলে।

—তোমাৰ টকাৰ লেঠাটোৰ কথাকে কৈছো। মোৰ আৰু একো উপায় নাই। তুমিয়েই দিহা-পোহা এটি নিদিলে মই নিৰুপায়।

—এৰা, লেঠাটো মাৰি পেলাব পাৰিলে ভালেই

আছিল। বাক, সিপিনৰ পৰা কিছু পালা নহয়? তাৰে পৰাই অন্ততঃ সুত-বাত বুলি যি হয় অলপ-অচৰপ দিয়া।

—নগদ টকা নাই বুলিলেই হয়; বয়-বস্তুহে যি এফেৰা আছিছে। অৱশ্যে মাটিখিনি আছে; কিন্তু তাৰেই বা আশা কি? নাছেনে এটা বৈৰ? সি বা আকৌ দুদিন পিছত কি মূৰ্ত্তি ধৰে।

—সেইবোৰলৈনো ভাবিছা কিয়? সম্প্ৰতি মাটিখিনিত নিজৰ নামটো লগাই লোৱা; তাৰ পিছতো যি হয় হৰচোন। এই সামান্য কথাফেৰাও বুজিব নোৱাৰানে? ককায়েৰাৰ মাটিত কিবা তোমাৰ অংশ নাই নে? ইপিনে তুমিয়েই অভিভাবকো।

কমলনাথে চিলিমটো বিদাধৰলৈ আগুৱাই দি কয়,— মণ্ডলবাবুক সুধিছিলোঁ। তেওঁ কয় কামটো বোলে টান বিধৰ। কাম চাই দাম নাপালে তেওঁ হেনো একোকে কৰিব নোৱাৰে।

—সেইখিনি লাগিবই। ভাবি চোৱাচোন কিমানখিনি মাটি! সকলোবোৰ পাবলৈ হ'লে অলপ নাভাঙিলে হব কেনেকৈ অইন হোৱা হ'লে কিমান যে দলিয়ালেহেঁতেন।

—কিন্তু মোৰ হাত যে সুদা। টকা পাওঁ ক'ৰ পৰা?

—সেই বিষয়ে দিহা নোহোৱাকৈ নাথাকে। এতিয়া মোকেই যদি কোৱা এঠাইৰ পৰা টান মাৰি আনি দিবই লাগিব। ইয়ানেই যদি দিব পাৰিলোঁ। এই অলপতনো লাগি থাকিমনে? মানুহে এইদৰে ঠেকাত পৰে; টানে মনিলে মানুহে মানুহক সহায় কৰিবই লাগে।

—এৰা, তুমি সহায় নহলে মোৰ উপায় নাই। তুমি মণ্ডলকো চুৰাৰ কৈ দিলে তেও কিজানি কামটো অলপ মোৰ বুলি কৰেই।

—কৰ নালাগে, তাৰ দিহা হব বাক। পিছে, এটি কথা কওনাথ, এদবা খেৰতলি বিচাৰিছিলোঁ। মোৰ মাটিৰ মূৰেদি তোমাৰ যে সেই মাটি ছুবিঘা আছে তাকেই পাৰিলে মোক দিয়া। টকা ছকুৰিমান লৈ যোৱা; খত-পত্ৰ পিছে-পৰে লিখিলেও হব।

—সেইকেৰা মাটি ৰাখিবলৈ বৰ ইচ্ছা আছিল। তেও যদি—

—এৰা, সেইখিনি মাটি মোকেই দিয়া; মোৰ বৰ কামত আহিব। মই ভাবিছিলোঁ যে, তোমাৰ মাটি খিনি আছে বন্ধকী হিচাবেই ৰাখোঁ। তোমাৰ মাটি তোমাৰ নামেই থাকিব; টকা খিনি পৰিশোধ কৰিব পাৰিলে আকৌ ঘূৰাই লবা। তোমাৰ বস্তুনো মই আশা-

কৰোনে ? পিছে মনুষ্য জীৱন কচুপাতৰ পানী ; কেতিয়া যে কি হয় তাৰ একো ঠিকনা নাই। আমাৰ জীৱনতেই কিবা এটি কৰি পেলাব পাৰিলে সকলো পিনে সুবিধা। মোৰো লৰা-তিৰুতাই একো কব নোৱাৰা হয় আৰু তুমিও ঋণ-মহাপাপৰ পৰা একপ্ৰকাৰে মুক্ত হৈ থাকিব পাৰা। মোৰ যে লৰাটো দেখিছা, সি এইবোৰৰ একোকে ভু নাপায়। জীয়াই থাকোঁতেই জেওঁা-জাতি মাৰি যাব পাৰিলে উদ্ধাৰ-পাওঁ। পিছে, এতিয়া আৰু সেইবোৰ নকৰোঁ। তোমাৰ লগত দুদিন আগ-পিছ হলেও কথা নাই।

—তুমি একো ভয় নকৰিবা। তোমাৰ ঋণ খাই মই নৰকত নপৰোঁ। কিবা এটি সুবিধা হলেই সকলো মীমাংসা কৰি পেলাম। মই চেষ্টাতেই আছোঁ।

—এঃ, তেনেকথাও হব পাৰেনে ? মোৰ সমূলি ভয় নাই। কেতিয়াবা খাজনা পাতি দশাধোৱাত টান পোৱা দহ টকা পাঁচ টকা যি হয় লৈ যাবা ; ইয়াৰ-তাৰপৰা হাত মাৰি আনি দিম।

বিদ্যাধৰ আৰু কল্পনাথে এইদৰে কথা বতৰা পাতি এচিলিম পুৰিলে। এনেতে গাওঁৰে পয়োধৰে পদূলিত মাত লগালে,—ও বোলোঁ ঘৰত আছানে ?

—আছোঁ, আহা।

পয়োধৰে চ'ৰাঘৰৰ ভিতৰৰ পৰা সোমাই আহি কল্প-নাথক দেখি ক'লে,—বৰবাপুও দেখোন! ভালেই হ'ল। এইফালে এটি মানুহৰ লৈকেই ওলাই আহিলোঁ। কিনো কৰা আৰু, সেই আমাৰ সৰিঘৰৰ বাঘিনীজনীয়ে যিহে দন্দ পাতিছে, আমাৰ ঘৰৰ আৰু তিষ্ঠাই টান হৈ পৰিছে। দিনে ৰাতিয়ে কেৱল মুখ বজোৱাই কাম।

কল্পনাথে ক'লে,—বিধবা হলে আমাৰ আই-মাই সকলৰ এনেখাপ চৰে। কেৱল কাজিয়া, কেৱল দন্দ। অ'ৰ কথা ত'ত লগোৱা, তিলটোকে তালটো কৰা এইবোৰেই তাইহঁতৰ কাম। নিজৰ কপাল খাইছে, সেইবাবে আনৰ শ্ৰীও দেখিব নোৱাৰে।

বিদ্যাধৰে মাত লগালে,—নকবা আৰু। কয়েই নহয়, বোলে এজনী বিধৱাই এখন গাওঁ তল-ওপৰ লগাই দিব পাৰে, দুজনীৰ মানত একোখন নগৰো একো নহয়, তিনিজনী হলেতো কথাই নাই, 'সমুদ্ৰমপি শোষয়েৎ'। আমাৰ গাওঁত মিলিছে বহু বিধৱা। তেনেস্থলত আৰু শান্তি থাকিব পাৰেনে? ধৰ্ম্ম-কৰ্ম্ম বিসৰ্জ্জন দি সকলো-বোৰ ভ্ৰষ্টা হৈ যাবলৈ ধৰিছে।

পয়োধৰে কয়,—একোজনীৰ নো আকৌ ধৰ্ম্মৰ

কোৰ কি চাৰা, যেন তেওঁৰ বাবে বিশ্বকৰ্ম্মাই বেলেগে সৰগৰ হে ব্যৱস্থা কৰিছে ! দিনটোত কুৰিবাৰ সাত কলহ পানী ঢালি গা তিয়ায়, দেও দি দি ফুৰে, কিজানি কৰবাত পোকটো-পিপৰাটোৰ পেটু ওলায়, তিতা কাপোৰেৰে ঘূৰি ফুৰে,—দেখিলেই গা-মূৰ টিকুচি বিকুচি উঠে। মুখে মুখে যে কত বেদ ! কেৱল চুৱা-চুৱাকৈয়ে মৰে।

পয়োধৰৰ কথাৰ মূৰকত বিদ্যাধৰে বং-মূৱা হৈ কৈ উঠিল যেন তেওঁৰ কোপত পৰা কোনোবা এজনীক সমুখত হে পালে,—বোলো তইঁতৰ আকৌ এইবাৰ কি ? পাপৰ ফলত পতিৰ মূৰ কামুৰি খাইছ যেতিয়া, মাত-বোল নোহোৱাকৈ চলিবি। ঘৰে ঘৰে ঘূৰি ফুৰিব কেৱল কথাৰ মথনা মাৰি যেন একোজনী সাইলাখ—, কি কম আৰু।

কমলনাথৰ মুখলৈ চাই পয়োধৰে ক'লে,—পিছে, কমলাপুই অনা জনীবো গুণৰ কথা আমাৰ কাণত পৰিছে। সেই অজিত অকৰাটোৰ ঘৰলৈ বোলে অহা যোৱা কৰে। লক্ষণ বৰ ভাল দেখা নাই। জুইৰ ওচৰত ঘিউ থাকিলে গলিবই গলিব।

কমলনাথে কয়,—কি কৰিবা, এইবোৰ গ্ৰহৰহে। মানিলেও নহয়, আনিলেও বিপদ। যদিহে কিবা কৰে

নিজৰ কপাল নিজেই খাব, আমাৰ কি?

বিদ্যাধৰে কলে,—এবা, ছোৱালীজনীৰ চলন-ফুৰণ বৰ ভাল দেখা নাই। কোনোবা দিনা কিবা নকৰি বহিলেহে!

ইকালে সিকালে চাই পয়োধৰে ফুচ্ ফুচাই কয়,—কন্মবাপুৰ জনাই আছে হবলা, ছোৱালীজনীৰ বিধবা হোৱাৰ হেতু হেনো কৰবাতহে। কোনোবাৰ লগত বোলে আছিল মনৰ মিল। বেচেৰা ডেকা পিৰিয়েকে তাকে গম পাই বিষ খালে। বাহিৰত পেটত বেমাৰ হৈ হঠাতে মৰা বুলি কলেও আচল মৃত্যুৰ কাৰণ হলে তাতেহে।
সেইবোৰলৈ চাই গতি-গোত্ৰ বেঠিক হোৱাৰেই কথা। চেহেৰায়েই কয় নহয়।

মানসিক আঘাত অনুভৱ কৰা যেন দেখুৱাই কন্ম-নাথে ক'লে— কিনো ক'বা। ওপৰলৈ থু পেলালে উভটি নিজৰ গাতেই পৰে। সম্বন্ধত জোঁৱায়েই হয়। সেই ব্ৰহ্মবধীয়েই সকলো সৰ্ব্বনাশৰ মূল। মোৰ এই অৱস্থাৰ বাবেও সিয়েই দায়ী। দাদাই তাক বিশ্বাস কৰিছিল অতিপাত। তাৰে সুযোগ লৈ সি যিদিনে যি পাৰিলে কৰিলে। সেই কেলেঙ্কাৰী কথা আৰু তুলিওৱাই ভাল।

ক্ৰমে কথাৰ সুৰ সলাই কল্পনাথে কৈ যায়,—পিছে, তেঁও শিক্ষা হল জানো ? যি টকা আছিল সোপাকে বোলে তাৰ হাততেই এৰিছে। কম ছোৱালী নহয়! সিহঁতৰ বাবে কিযে নকৰিলোঁ, তেঁও মোকেই অবিশ্বাস।

বিদ্যাধৰে ক'লে—সমাজৰ গাঁথি ঢিলা-সোলোকা হোৱাৰ পৰিণাম। ইয়াত হলে সেইবোৰ নচলিব। কল্পনাথে বেয়া পালেও সমাজে সমাজৰ কৰ্ত্তব্য পালিবই।

বিদ্যাধৰৰ কথাত সমস্যা সমাধানৰ সুৰ।

কল্পনাথ আৰু পয়োধৰৰ লগত বিদ্যাধৰো বাহিৰলৈ ওলাই গ'ল।

এইবোৰেই সমাজৰ গুৰীয়াল, এওঁলোকৰ কথামতেই সমাজ চলে। নিয়মানুবৰ্ত্তিতাৰ মাজেদি আত্ম-বিকাশৰ সুবিধা দিয়া যি সমাজৰ কাম সেই সমাজ আজি চালিত হব লাগিছে ক্ষমতালোভী, স্বাৰ্থান্ধ কেতবোৰ সুবিধা-বাদীৰ দ্বাৰা। নিৰাশ্ৰয়ক আশ্ৰয় দিয়া, অসহায়ক সহায় দিয়া, অত্যাচাৰিতক অত্যাচাৰীৰ হাতৰ পৰা ৰক্ষা কৰাই যি সমাজৰ উদ্দেশ্য সেই সমাজে আজি সকলো কাণ্ডবাণ্ড লৈ আওকাণ কৰি লোকক বিপদত পেলাই আনন্দৰ হাঁহি হাঁহে। সমাজৰ গুৰীয়ালসকলে ক্ষমতা আৰু স্বাৰ্থৰ বশীভূত হৈ অত্যাচাৰৰ জুই জ্বালে আৰু

সবলচিতীয়া সকলে চপা পোকৰ নিচিনাকৈ তাতে জপি-য়াই পৰে। ধৰ্ম্ম আৰু ধাৰ্ম্মিক আচাৰ-নীতিৰ আৱৰণৰ ভিতৰত সমাজে আজি আকোৱালি লৈছে ব্যক্তিৰ সৰ্ব্বনাশ সাধনৰ বাঞ্ছা আৰু ঘোৰ স্বাৰ্থপৰতা। অলপীয়া জন-প্ৰিয়তাৰ ধৰ্ম পৰিপূৰণৰ বাবে তেওঁলোকৰ পাছত নিৰ্জ্জু সৰল আৰু অপৰিণামদৰ্শী কিছুমান লগ হলেই আজি সমাজৰ সৃষ্টি। সমাজত সকলোৰে সমান স্থান—আজি মূল্যহীন কথা।

কল্পনাথ, পয়োধৰ আৰু পিতাকৰ কথা-বতৰা শুনি সবলচিতীয়া অতুলৰ প্ৰাণত বেয়া লগাটো স্বাভাৱিক। তেওঁলোকে কথা পাতি থকা সময়ত অতুলে পাছৰ কোঠা-টিতে বহি কিবা-কিবি লিখি আছিল। তেওঁলোকৰ সকলো কথাই তাৰ কাণত পৰে। পিতাকৰ কাৰ্য্য দেখি অতুলৰ মন অতিকৈ ক্ষুণ্ণ হল আৰু এই ক্ষেত্ৰত তাৰ কৰ্ত্তব্যৰ বিষয়েও সি ভাবি চালে। অইনৰ ধন-সম্পত্তি-লৈ তাৰ পিতাকৰ ইমান লালসা কিয়? অইনৰ দুখ-কষ্ট দেখিলে তেওঁৰ কিয় সহানুভূতি নোপজে? মনত ইমান দুৰভিসন্ধিয়েই বা কিয়?—ইত্যাদি চিন্তাত তাৰ অন্তৰ ভৰি পৰে। কল্পনাথে কি ইমানতো তাৰ পিতা-কৰ গুপুত উদ্দেশ্যৰ গম ধৰিব পৰা নাই?—এই প্ৰশ্নও

তাৰ মনত জাগে ; লগতে সি ভাবে,—এই সমাজৰ নেতাসকলে দুখুনী বিধবাবোৰৰ হিয়াৰ বেদনা উপলব্ধি নকৰে কিয় ? সিহঁতে যি কি নকৰিলেও দোষ। অজিত আৰু কণিকা সম্বন্ধেও যেন কিবা এক ভৱিষ্যৎ নজনা দুৰ্ঘটনাৰ ইঙ্গিত সি পালে। এইবোৰৰ প্ৰতিকাৰো সি মনতে বিচাৰে ; কিন্তু সমুখত স্পষ্ট বাট নোলায়। একো একোবাৰ তাৰ অন্তৰ পিতাকৰ বিৰুদ্ধেও বিদ্ৰোহী হৈ উঠিব খোজে; কিন্তু সাহসৰ নাটনি পৰে। আজিও সি স্বাধীন নহয়, পিতাকৰ ওপৰতেই বঘুমলাৰ দৰে বৰ্ত্তি আছে। তদুপৰিও পিতাকৰ প্ৰতি জানো তাৰ কৰ্ত্তব্য নাই ? কত ৰকমেই সি ভাবে !

৬

গাওঁত হাহাকাৰ। বয়সীয়ালসকলে ধৰ্ম্ম আৰু নাই, দিন-কাল উলটিল বুলি কোৱা-মেলা কৰিছে; ডেকা

সকলে ইটনে সিজনৰ লগত দেখা দেখি হুলেই অর্থ-যুক্ত হাঁহি মাৰিছে আৰু জিয়ৰী-বোৱাৰীসকলে পানীৰ ঘাটতেই চকু টিপিয়া-টিপি কৰিছে বা সুবিধা বুজি ফুচ্ ফুচাই মেল পাতিছে। যি সকল গাওঁৰ মুৰব্বী-মুখিয়াল মানুহ তেওঁলোকৰ গতি-বিধিত কিবা এক গুৰুতৰ সমস্যা সমাধানৰ ভাব, তেওঁলোক দুই-তিনিজন লগ লাগি গভীৰ আলোচনাত ব্যস্ত। নাম অপৰাধৰ পৰা ৰক্ষা পাবলৈ বুলিহে যে এতিয়া আই-মাইসকলে সকলো কাম-বন পাছ পেলাই জুমে জুমে নামলৈ আহে তেনে নহয়, কথা চোবোৱাৰ সুবিধা হাতত পাই এৰি দিবলৈ প্ৰবৃত্তি নোহোৱা গুনেহে নামত তেওঁলোকৰ এতিয়া প্ৰবলা ৰতি। গাওঁৰ মাজৰ পঁজা ঘৰটিত থকা বেকোৰ মাক বুঢ়ীও সজাগ। তেওঁ ইঘৰ-সিঘৰকৈ নানা বাতৰি যোগাই কোমোৰা ডোখৰ, টেঙাটো বা চাউল পোহা সৰকাইছে। সত্তান মহন্তবো হাতত ক-াক্ষৰ মালা চলি থকাৰ মাজে মাজে ভকত সমাজৰ লগত ভক্তি-মাৰ্গৰ বাহিৰা কথা ওলাইছে। মুঠৰ ওপ-ৰত গোটেইখনতে কিবা এটি কেনেবা থৰথৰ ভাব।

ঘটনাটো অইন একো নহয়। সিদিনা দুপৰ ৰাতি কণিকাৰ ঘৰৰ দুৱাৰ মেলি কোনোবা হেনো সোমাল।

কণিকা আৰু কণক এটি বাহিৰা সৰু ঘৰতে থাকে। কোনোবা ভিতৰলৈ সোমোৱা গম পোৱাত কনকে ভয়তে চিঞৰ মাৰি দিয়ে। কণিকা সেই সময়ত গভীৰ টোপনিত লালকাল, তাই একোকে কব নোৱাৰে। কনকৰ চিঞৰ শুনি ঘৈনীয়েকৰে সৈতে কল্পনাথ টোপনিৰ পৰা উঠি বাহিৰলৈ ওলাই আহিল। লগে লগে তেওঁলোকৰ ইকাষৰ উমাপতিও ঘটনাস্থলত উপস্থিত হ'লহি। তেওঁলোকে কণিকাহঁত থকা ঘৰটিৰ আগলৈ আহি দেখে যে দুৱাৰ মেলাহে, কটা বা ভঙাৰ একো চিন নাই। কোনোবা মানুহ থাকিব পাৰে বুলি তেওঁলোকে ভিতৰ সোমাই চুকে-কোণে তন্ন-তন্নকৈ চাই একোকে নাপালে। কনকৰ পৰা তেওঁলোকে বুজি পালে যে কোনোবা এজন ঘৰৰ ভিতৰলৈ সোমাই তাৰ গাতে হাত দিয়ে আৰু সেই বাবেই সি ভয় পাই চিঞৰি উঠে। কিবা এটি অৰ্থপূৰ্ণ ভাবত তেওঁলোকৰ ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিলে। মানুহৰ গোলমাল শুনি কণিকাৰ টোপনি ভাঙিল। তাই চকু-মুখ মোহাৰি কি হৈছে বুলি সুধিলে।

কল্পনাথৰ ঘৈণীয়েকে মুখ পেকেতা মাৰি সুধিলে,— আজিনো দুৱাৰ মাৰি বিছনাত উঠা হৈছিল নে এনেয়ে?

কল্পনাথ আৰু উমাপতিয়ে বাহিৰলৈ ওলাই গ'ল আৰু ৰাম-হৰি চিন্তি এচিলিম ধপাতৰে দিহা লগালে গৈ।

খুৰীয়েকৰ প্ৰশ্নত কণিকা যেন উচপ্ খাই উঠিল। তাই দোষী প্ৰাণীৰ দৰে উত্তৰ দিলে,—আজি দিনৰ দিনটো বিয়া-ঘৰত কাম কৰি ভাগৰি পৰিছিলোঁ; সেইবাবেহে এনেখন হবলৈ পালে। কেতিয়া যে টোপনি আহিল কবকে নোৱাৰিলোঁ। এতিয়াহে ধৰিব পাৰিছোঁ যে দুৱাৰ মাৰিবলৈকে নহ'ল।

কণিকাৰ চকুজুৰিয়ে যেন একদৃষ্টিৰে খুৰীয়েকৰ ওচৰত ক্ষমা ভিক্ষা মাগিলে।

কল্পনাথৰ গৃহিণীয়ে আকৌ চকুপকাই সুধিলে,—ভুলতে দুৱাৰ মেলি থোৱা হৈছিল নে কোনোবা আপোনজন আহিব বুলি?

কণিকাৰ মুখত যেন আকাশী স্বৰগ হে ভাঙি পৰিল! তাই কওঁ ক'ওকৈও একোকে কব নোৱাৰিলে। তাইৰ চকুজুৰিৰপৰা ধাৰাসাৰে পানী ববলৈ ধৰিলে। এনে বচন শুনিব লগা কি দোষ যে হ'ল তাক তাই বুজিব নোৱাৰিলেও এইটো বুজিলে যে তাই সন্দেহত পৰিছে। তাইৰ সবল প্ৰাণত এটি প্ৰবল ধুমুহা আৰম্ভ হ'ল।

—কান্দিলে আৰু কি হব? এতিয়া কোন আহি-

ছিল কৈ পেলালেই হয়।

কণিকাই চকুপানী মচি মচিয়েই ক'লে—মোৰেই শপত, আপোনালোকে মোক ভুলকৈ নুবুজিব। কি যে হৈছে মই একাকে বুজিব পৰা নাই। আপোনা-লোকে এইবোৰ কি কৰলৈ ধৰিছে?

—এৰা, বুজা নায়েই হয়। ভাল ফাকি দিবলৈ শিকিছ। কোনোবাৰ আগমনলৈ বাট চাই দুৱাৰ-ঘৰ মেলি বৈ থাকিবি আৰু এতিয়া হ'লে একোকে কব নোৱাৰাত পৰিছ। ভাগ্যে লৰাটো সাৰ পালে। নহ'লে যে জানিবৰ একো উপায়েই নাছিল। লৰাটোৱে চিঞঁৰ মৰা শুনি বিছনাতেই শেঠেং জুৰিলি যেন ঘোৰ টোপনিত লালকাল। বোলো নিজৰ কাযতেই এজনে আতাহ পাৰি মৰিব ধৰিছে তথাপি সাৰ নোপোৱা কথা কোনোবাই বিশ্বাস কৰিব পাৰেনে? আমি সাৰ পাই উঠি আহিলোঁ। আৰু তই একোকে কব নোৱাৰিলি? কোন কাহানিৰ আপোনজন আহিছিল জানিব পাৰিলেই হয়। কোন চুৱাপাত-চেলেকাৰ ইমান সাহৰ গোটটো এবাৰ ভালকৈ চাই লওঁ।

কণিকাই দুহাতেৰে দুই চকু আগুৰি উচুপি উচুপি ক'লে, যদি কোনোবাই এইদৰে মোৰ মঙহ খাবলৈ

আঁহছিল মই কব নোৱাৰোঁ। কাল টোপনিয়ে মোক এক্ষোকে জানিবলৈ দিয়া নাই। মোৰ মনত হলে কোনো—বিশ্বাস কৰক—।

কণিকাই আৰু একো কব নোৱাৰিলে। চকুৰপৰা অঁাতৰাই অনা দুই হাতেৰে বুকুখন হেচা মাৰি ধৰিও তাই থিৰেৰে ৰব নোৱাৰিলে; হুক্ হুক্ কান্দোনৰ মাজেদি তাইৰ অন্তৰৰ অস্থিৰতা বাহিৰলৈ ওলাই পৰিল।

বায়েকে কন্দা দেখি কনকেও কান্দি পেলালে। কল্পনাথৰ ঘৈণীয়েকৰ চোকা ভাব কিন্তু অলপো নগ'ল। ইও এক দৃশ্য! এজনী বিধবাই হিয়া ঢাকুৰি কান্দি অন্তৰৰ বেদনা বুজাবলৈ চেষ্টা কৰিছে, এখোৰ ভাল কথা শুনিলেও তাই অলপ শান্তি পায়, কিন্তু বয়সত ডাঙৰ সংসাৰৰ অভিজ্ঞতা থকা ইজনীয়ে তাইৰ বেদনা লাঘৱ কৰিবলৈ চেষ্টা কৰিব দূৰৈৰ কথা পোৰা ঘাত ডাঙৰি-কাপোৰ জাপিবলৈহে ভাল পাইছে। কণিকাই কত ভাবে কাও-বাও কাবৌ-কোকালি কৰিলে তথাপি খুৰীয়েকৰ কথাৰ সুৰ এতিলো মুকুমলিল।

—গোসাঁয়ে ইমান পাপ সব কিয়? ধৰ্ম্মৰ ঢোল আপুনিয়েই বাজি উঠে, পাপৰ পৰাচিত্ত আছেই আছে। নিজৰ মুখ নিজেই খালি; অইনক আৰু কি দোষ

দিবি ! কোন আহিছিল নকলে আমি এতিয়া কি কৰিম ! আমি হলে ধৰ্ম্ম-ডাক ডাকিলোঁ ।

কল্পনাথৰ গৃহিণীয়ে কনিকা থকা ঘৰটিৰপৰা ওলাই আহি গিৰিয়েক আৰু উমাপতিয়ে চিলিমৰ ধোঁৱা উৰুৱাই মেল আউতি থকা আগ-চালিখনলৈকে আহিল ।

কল্পনাথে উমাপতিক কৈছিল,—বুজিছা উমা, এনেখন হব বুলি সপোনতো ভবা নাছিলোঁ । কেনেকৈ যে নিজৰ ছোৱালী বুলি খুৱাই-ধুৱাই আলফুলকৈ ৰাখিছিলোঁ ! কব নোৱাৰে যে কেতিয়াবা কিবা এধান কষ্ট পাইছে । কিন্তু কি কৰিম ! এইখন দেখিবলগীয়া আছিল দেখিলোঁ । যাৰ যি কপালৰ লিখন !

উমাপতিয়ে একোকে মাতিবলৈ নৌ-পাওঁতেই কল্পনাথৰ ঘৈণীয়েকে মাত লগালে,—আমি আগৰে পৰা কৈ আহিছো ; পিছে, আমাৰ কথা আকৌ ইবিলাকে শুনিলেহে । বাজনা এইদৰে বজায়েই আছে ; আজি কেৱল কাণত হে পৰিল ।

কল্পনাথে ক'লে,—কোনে জানিছিল যে এইকণ ছোৱালীৰ এনেখন কাণ্ড !

কল্পনাথৰ ঘৈণীয়েকে পেংলাইকৈ কয়,—এৰা, ভাল আজাৰ মাছ ধৰি খাব নোৱাৰা ছোৱালীজনী যে কাণ্ড

দেখি অবাক হৰ লগীয়া হল !

উমাপতিয়ে যি হবৰ হ'ল, এতিয়া বাতিটো পুৰাওক বুলি ঘৰলৈকে গ'ল। কল্পনাথেও ঘৈণীয়েকৰে সৈতে ঘৰ সোমালগৈ।

কণিকাৰ অৱস্থা যে কি হ'ল কোনেও এটিবাৰ চিন্তা নকৰিলে। চকুপানীৰে তাই গাক তিয়াই দিলে, কিন্তু মৰ্ম্মভেদী যন্ত্ৰণাৰ উপশম নহ'ল। খুৰীয়েকে কোৱা প্ৰত্যেকটি কথা মনত পৰাৰ লগে লগে কোনোবাই যেন তাইক বেজীৰেহে খুঁচি দিলে। কাষতে কনক শুই পৰিল, তাই কিন্তু ধৰ্ফৰ্ চট্ফট্কৈয়ে ৰ'ল। কিহত যে কি হ'ল—যিমানেই ভাবে তিমানেই তাইৰ অন্তৰৰ অস্থিৰতা বাঢ়িহে যায়। তাইৰ মনত পৰে অতীতৰ দুখময় স্মৃতি আৰু নিজৰ দুৰ্ভাগ্যৰ কথা। একোতেই তাই শান্তি নাপায়, শোকময় ছিত্ৰই কোনোমতে তাইক অব্যাহতি নিদিয়ে, চকুপানী তাইৰ বোধ নহয়।

—:০:—

খুৰাক-খুৰীয়েকৰ নিষ্ঠুৰ ব্যৱহাৰত কণিকাই উৎকট মানসিক উৎপীড়ন সহিব লগাত পৰিল। তাই ভাবিবকে পৰা নাছিল যে তেওঁলোকে তাইক জগতৰ সমুখত এনে হীনভাৱে প্ৰকাশ কৰিবলৈকেও ওলাব পাৰে। এতিয়াহে তাই তেওঁলোকৰ যথাৰ্থ পৰিচয় পালে। কিন্তু কৰিব কি? সহায়-সম্বল নোহোৱা এজনী বিধবাই পিঠিত এখন সমাজ থকা কমলনাথ আৰু তেওঁৰ সুযোগ্য গৃহীণীৰ মুখৰ পৰা ওলোৱা কথা অপ্ৰমাণ কৰিবলৈ যায় কেনেকৈ? সহিবলৈকেই যে তাইৰ জন্ম! সমাজৰ নিয়ম অনুযায়ী তাইৰ অবাধ চলাচলত বাধা পৰিল, প্ৰায় অকলশৰীয়া ভাবেই তাইক দিন নিয়াবলৈ দিয়া হ'ল।

দুদিন মানৰপৰা কমলনাথ আৰু তেওঁৰ ঘৈণীয়েকে কণিকাক কৃত্ৰিম হ'লেও যেন অলপ মৰম দেখুৱাবলৈ ধৰিলে। তেওঁলোকে সকলো ঘটনাৰ বাবে অদৃষ্টকে

দায়ী কৰি তাইৰ দুখ পাতলাবলৈ চেষ্টা ক:ৰ। কল্পনাথে কয় যে কণিকাই গছৰতলে-বৃক্ষৰতলে পেটত গাঁথি দি পৰি থকাটো তেওঁ সহিব নোৱাৰে; তেওঁ যি হয় এটি দিহা কৰি ভাল ধন-বিত্ত থকা মানুহ এজনকেই তাইক গতাবলৈ চেষ্টা কৰিব। তেতিয়া হ'লে তাইৰো সুখ হব আৰু তেওঁৰ মনলৈকো শান্তি আহিব। ঘৃণাত কণিকাৰ অন্তৰ ভৰি পৰে। তাই ইমান আজলী নহয় যে কল্পনাথৰ দুৰভিসন্ধিৰ তত ধৰিব নোৱাৰিব। তথাপি তাই কয়,—মোৰ বাবে যদি ইয়াত ঠাই নিমিলে কিবা এটি কৰিবই লাগিব। আপোনালোকৰ দিহা-পৰামৰ্শ নলৈনো আৰু উপায় কি?

কল্পনাথৰ মনত হয় অলপ আশা আৰু আদ্যোপান্ত সকলো কথাৰ গোচৰ দিয়েগৈ বিদ্যাধৰৰ ওচৰত। বিদ্যাধৰে কয়,—লাভৰ ঘৰ আছে কল্পনাথ, সুযোগ নেৰিবা।

থুৰাকে আভাস দিয়া ভৱিষ্যৎ অৱস্থাৰ ছিত্ৰ কল্পনা কৰি কণিকা শিয়ৰি উঠে। গভীৰ মানসিক পীড়াৰ মাজতো একো একোবাৰ তাইৰ মনলৈ উত্তেজনা আহে আৰু তেতিয়া তাই ভাবে,—অইনৰ অৱস্থা অইনে নিৰ্দ্ধাৰণ কৰিবলৈ কোন? কিয় তাই নিজৰ

অৱস্থা নিজেই ৰচনা কৰি মানুহৰ দৰে জীৱন যাপন কৰিব নোৱাৰিব ? কিন্তু যেতিয়া জীৱনৰ অতীত ঘটনাৱলীৰ আঁৰত থকা ভাগ্যৰ অলক্ষিত হাতখনিৰ বিষয়ে চিন্তা কৰে তেতিয়া তাইৰ সকলো উত্তেজনা সেমেকি যায়। কনকৰ ভৱিষ্যৎ-ভাৱনাত তাইৰ দুখ অত্যধিক হৈ পৰে।

ঘৰৰ ওচৰতেই ইমানটি কাণ্ড হৈ গ'ল, তথাপি অজিতৰ যেন সেই বিষয়ে স্মৃতি কাণ-সাৰ নাই। এই ঘটনাটোৱেই সকলোৰে মুখে মুখে আলোচনা, কিন্তু অজিতে কথাটিও নকয়। কোনোবাৰ পৰা কেতিয়াবা কিবা শুনিলেও সি একো অভিমত বা মন্তব্য প্ৰকাশ নকৰে। তেন্তে কি কণিকাৰ প্ৰতি তাৰ সহানুভূতি আৰু মৰম-চেনেহ বাহ্যিক মাত্ৰ ? নহ'লে এই সময়ত তাইক দুটি সৎ উপদেশ বা প্ৰধান সান্ত্বনা, কিঞ্চিৎ প্ৰবোধ নিদিয়াৰ অৰ্থ কি ? কিজানি তাই অলপ ধৈৰ্য্য ধৰিবই পাৰিলেহেঁতেন ! কিয় যে সি এইদৰে তলকামাৰি আছে সি নিজেহে বুজে।

কণিকাৰ দুৰ্দ্দশাৰ লগে লগে সৰলমতি কনকৰো মুখত হাঁহি নোহোৱা হৈছিল। সি আচল কথাৰ গম ধৰিব নোৱাৰিলেও এইটো বুজিব পাৰিলে যে তাৰ বায়েকৰ

মনত আৰু আগৰ ভাব নাই। সি দেখিবলৈ পায় যে ৰায়েকে চকুপানী টুকিয়েই দিন কটায়। এদিন সি অজিতৰ ওচৰলৈ আহি ক'লে,—তুমি আমাক তোমাৰ ঘৰতে থাকিবলৈ নিদিয়া কিয় ? তুমি হ'লে আমাক মৰম কৰা। তাত আমাক চেনেহ কৰিবলৈকে যে কোনো নাই। বাইদেৱে এতিয়া আৰু আগৰদৰে মোৰ লগত কথাও নকয়, নাহাঁহেও। মোক দেখিলেই কান্দে। আমাক তুমি ইয়ালৈ আনিবা ?

অজিতে কনকক কাষলৈ টানি আনি দুই হাতেৰে সাবটি ধৰে আৰু শূন্যত চকু থৈ মনে মনে ৰয়, মুখেৰে একো নামাতে। কনকে আকৌ কয়,—তেনেহলে তুমিও আমাৰ ওপৰত খং কৰিছা ? নালাগে বাৰু, আমি ইয়াৰপৰা গুচিয়েই যাম। কোনো নাই বুলিহে আমি ইয়ালৈ আহিছিলোঁ। এতিয়াই বাইদেউক কম গৈ ইয়াৰপৰা গুচি যাবলৈ।

কনকৰ প্ৰত্যেকটি কথাই অজিতৰ অন্তৰত দাৰুণ আঘাত দিয়ে। সি যে কি কৰিব একো থিৰ কৰিব নোৱাৰে। কনকৰ যদি বুজিবলৈ শক্তি থাকিলহেঁতেন সি জানিলে হয় তাৰ অন্তৰৰ কোনখিনিত কনক আৰু কণিকাৰ স্থান। অজিতে কয়,—কনক, সোণটি মোৰ,

তুই একো ভয় নকৰিবি। কিবা এটা দিহা নোহোৱাকৈ নাথাকে। এইবোৰ কথাও ভাবেনে? খেমালি ধুমুলা কৰি ফুৰ গৈ যা। মনমাৰি থাকিবলৈ নাপায় নহয়। তই কিন্তু এইদৰে থাকিলে মই বৰ বেয়া পাম।

কনক গুচি যায় আৰু অজিত তন্ময় হৈ ভাবিবলৈ ধৰে। কনক আৰু কণিকাৰ বাবে অজিতে ইমানখিনি অনুভৱ কৰে, তথাপি এইক্ষেত্ৰত সি নিৰ্ব্বাক-নিস্পন্দ কিয়? তাৰো কি তেন্তে কণিকাৰ ওপৰত সন্দেহ উপজিছে? অতদিনে কণিকা সম্বন্ধে যি শুখ ধাৰণা তাৰ অন্তৰত আছিল সি কি আতৰি গ'ল? যদিহে কণিকাৰ চৰিত্ৰৰ ওপৰত তাৰ কোনো সন্দেহ হোৱা নাই তেন্তে এনে এক অৱস্থাতো এইদৰে বাক্য-হীন হৈ সি ব'ব পাৰিছে কেনেকৈ? বুজিব নোৱাৰি।

কণিকায়ো যে এই বিষয় অজিতৰ পৰা একো দিহা-পৰামৰ্শ লোৱা নাই বা তাক দুটি কথা সোধা নাই। অথচ, দুদিন আগতে তাই তাৰ ওচৰত হিয়া উবুৰিয়াই শোকৰ বোজা পাতলাইছিল। তেন্তে কি অজিতৰ আগত মুখ দেখুৱাবলৈ তাই লাজ পায়? নে অজিতৰ ওপৰত তাইৰ যি বিশ্বাস যি আস্থা আছিল কিবা কাৰণত সি নাইকিয়া হ'ল? কোনে জানে।

সমূহীয়া গোঁসাই-ঘৰৰ চোতালত মেল। মধ্যাহ্ন পৰা খোৱালৈকে সকলোৱে দহ বজা কাতি কাৰ তাত উপস্থিত হৈছেহি। আজি কেইদিনে বটি-খচি থকা কণিকাৰ ঘটনা সম্বন্ধে বিচাৰ কৰি কিবা এটি সিদ্ধান্তত উপনীত হোৱাই মেলৰ উদ্দেশ্য। বিদ্যাধৰ, পয়োধৰ প্ৰভৃতি গাওঁৰ মুখ্য মেলেকীসকলে মেলৰ আগ ঠাই অধিকাৰ কৰি বহিছেহি। বিদ্যাধৰৰ পৰামৰ্শমতে কমলনাথে ভিন্ গাওঁৰ পৰা সিদ্ধেশ্বৰ পণ্ডিত আৰু সদানন্দ সিদ্ধান্ত বাগীশকো মেললৈ আহ্বান কৰি আনিছে। এই দুগৰাকী শিক্ষিত আৰু গণ্যমান্য লোকক সকলোৱে আগত দুখনি চাকলি দৰাত বহিবলৈ দিয়া হৈছে। তেওঁলোকৰ চেহেৰাত গুৰু-গম্ভীৰ ভাব।

মেল আৰম্ভ কৰি বিদ্যাধৰে কমলনাথক মেল চপোৱাৰ উদ্দেশ্য বিবৰি কবলৈ ক'লে। কমলনাথে একাৰে

থিয় দি এমূৰৰ পৰা সকলো কথা জানি লগাই কৈ গ'ল। কেনেকৈ সিদিনা কণিকাই দুৱাৰ মেলি থৈছিল, কিদৰে তেওঁলোকে কনকৰ চিঞৰত সাৰপাই গুলাই আছে, উমাপতিয়ে কেনেকৈ এজন ডেকা মানুহ কণিকাৰ ঘৰৰপৰা গুলাই যোৱা দেখিবলৈ পায়, এই সকলোবোৰ কথা মেলত দাখিল কৰিলে। কথা কোৱাৰ মাজে মাজে একো একোবাৰ কল্পনাথৰ যেন কণ্ঠৰোধ হোৱাৰ হে উপক্ৰম।

কল্পনাথৰ কথাৰ ওৰ পৰিলত বিদ্যাধৰে আকৌ মাত লগালে,—আমি এই মেলত একোকে নামাতোঁ। ভিন্ গাওঁৰপৰা দুগৰাকী বিশিষ্ট লোক আজি আমাৰ মাজত উপস্থিত। তেওঁলোকেই আমাৰ মেলখন মাৰি দিয়ক। তেওঁলোকৰ বিচাৰত আমাৰ কাৰো একো আপত্তি থাকিব নোৱাৰে।

বিদ্যাধৰে এই কথা কোৱাৰ লগে লগে কেইবা-জনেও নাই নাই আমাৰ আপত্তি নাই বুলি সম্মতি জনায়।

সিদ্ধেশ্বৰ আৰু সদানন্দই তেওঁলোকৰ মাজত যেন কিবা আলোচনা কৰিলে। সিদ্ধেশ্বৰে মাত লগালে,— আপোনালোকে আমাৰ ওপৰতেই যেতিয়া এই ভাৰ

দিলে আমিনো নলৈ পাৰোঁ। কেনেকৈ ? এনেকুৱা কত মেল আমাৰ হাতত্তেই মীমাংসা হৈ গ'ল আপোনালোকে নজনা নহয়। পিছে, আমাৰ ৰায় হলে বাহাল ৰ'ব লাগিব। অৱশ্যে আপোনালোকৰ মাজৰ পৰাও এজনক আমি বিচৰত ল'ম। বিদ্যাধৰকেই এই বিষয়ে আমি বিচক্ষণ বুলি ভাবোঁ।

সকলোৱে চকুত প্ৰশংসা লৈ মেলুৱৈ-যুগললৈ চালে। তেওঁলোকে যে বাককৈয়ে মেল চেপিব পাৰিব সেই বিষয়ে কাৰো একো সন্দেহ নৰ'ল।

সিদ্ধান্তবাগীশে কয়,—এতিয়া বিধবাক ইয়ালৈকে অনাৰহে ব্যৱস্থা কৰিব লাগে। তেওঁৰ জবাব পালেহে বিচাৰত আগুৱাব পৰা যাব। যি বুজিচোঁ ঘৰত সোধাৰ পৰা বিশেষ একো লাভ নাই। সমাজৰ সমুখত আচল কথা ওলালে ওলাবও পাৰে। দহজন য'ত ভগবান ত'ত। কিজানিবা সুমতি হয়েই।

বিদ্যাধৰে এজনৰ নাম কৈ দিল তেওঁ কণিকাক আনিবলৈ বুলি উঠি গ'ল। ইতিমধ্যে উপাপতিৰ সাক্ষ্য গ্ৰহণ কৰা হ'ল। উমাপতিয়ে হুবহুকৈ কৈ দিলে যে, কণিকাৰ ঘৰৰপৰা এজন মানুহ, ৰব ওখও নহয় চাপৰো নহয়, তেওঁৰ চোতালেদি আলিলৈ দৌৰি যোৱা তেওঁ

নিজ চকুৰে দেখিবলৈ পাইছে। কণিকাই মিছাকৈয়ে টোপনি অহাৰ ভাও জুৰি থকা, তেওঁলোকক দেখি শেতা পৰি যোৱা ইত্যাদি বিষয়েও তেওঁ বহলাই ক'লে। উমাপতিয়ে নানা জনৰ নানা প্ৰশ্নৰ উত্তৰ দিয়াৰ পিছত কণিকাৰ চলন-ফুৰণ, স্বভাৱ-চৰিত্ৰ সম্পৰ্কে কিছুপৰ আলোচনা চলিল। এই বিধবা জনীৰ বিষয়ে কোনে যে কি মাজানে তাৰ নিৰ্ণয় নোহোৱা হ'ল। সিদ্ধেশ্বৰ আৰু সদানন্দই মাজে মাজে দিয়া মন্তব্যৰ পৰা তেওঁলোকে বিচাৰ সম্পৰ্কে সিদ্ধান্ত কৰি পেলোৱা বুলিয়েই ধাৰণা হয়। তেওঁলোকৰ পক্ষে ই একো আচৰিত কথাও নহয়। সত্য ঘটনা বুজি পোৱাত ডাঙৰ মেলেকীৰ বৰ বেছি সময় নালাগে, কোনো কোনো ক্ষেত্ৰত তেওঁলোকে মেললৈ অহাৰ আগতেই বিচাৰৰ ফলাফল কৈ দিব পাৰে।

কণিকা গোঁসাই-ঘৰৰ চোতালত থিয় দিলেহি। তাইৰ লগত আৰু দুজনী গাওঁৰে তিকতা। সিদ্ধেশ্বৰ পণ্ডিতে কণিকাৰ ফাললৈ চাই ক'লে,—এতিয়া আমি আচল ঘটনা সম্পৰ্কে জানিব লাগে। যি হবৰ হৈ গ'ল যেতিয়া সত্য লুকাবলৈ অপচেষ্টা নকৰাই ভাল।

বিদ্যাধৰেও বাৰে বাৰে সেই কথাকেই সুধিবলৈ

ধৰিলে ; কিন্তু কণিকাৰ মুখৰপৰা হ'লে একোৱেই নোলাল। তাকে দেখি কণিকাক আনিবলৈ যোৱা জলেশ্বৰে মাত দিলে,—প্ৰভুসকল, নাহিবই খুজিছিল, লগত অহা এওঁ-লোকৰ বুজনিতহে কোনোমতে আহিবলৈ সন্মত হ'ল। কিবা বোলে অসহায়তাৰ সুযোগ লৈ তিৰুতাক অপমান কৰা হ'ল।

কেইবাজনেও গিৰিসাই কৈ উঠিল,—চাওক কলিজাৰ বল। এজন দুজন নহয় এখন সমাজ। তাৰ প্ৰতিয়েই যেতিয়া এনে ব্যৱহাৰ অন্য কথা আৰু কি? আমি সুবিচাৰ বিচাৰোঁ। ইয়াৰ কিবা প্ৰতিকাৰ নহলে আমি একোতেই সৈমান হব নোৱাৰোঁ।

উত্তৰাৱল নহবলৈ বিদ্যাধৰে দিয়া বুজনিত সমাজৰ উত্তেজনা কিছু শাম্ কাটিলত পয়োধৰে কণিকালৈ চাই ক'লে,—সমাজ এখনক মিছাতে ৰাখি নথবা আই। এতিয়া ভবি লেখি থাকিলে আৰু লাভ নাই। ভাগ্য-ফলৰ হাত সৰা অসাধ্য। তাকে বুজি আচল কথা কৈ পেলোৱা। জনাই বুজিবলৈ কাৰো একো বাকী নাই।

কণিকা কান্দি আছিল। অলপ সুস্থিৰ হৈ তাই ক'লে,—আপোনালোকে সকলো কথাকে বুজিব পাৰে;

কিন্তু মই নিজে হলে একোকে বুজিব পৰা নাই। মোৰ কবলগীয়া কথা এয়েই যে মোৰ একো অপৰাধ নাই আৰু আপোন'লোকে মোৰ প্ৰতি এনে নিষ্ঠুৰ ব্যৱহাৰ কৰি গোটেই তিৰুতা সমাজকে অপমান কৰিছে। জানোঁ মোৰ হকে মাত মাতিবলৈ কেও নাই, কিন্তু সেয়েই মোৰ দোষ প্ৰমাণ নকৰে।

আকৌ কোনোবা উত্তেজিত হয় বুলি বিদ্যাধৰে হাত জোকাৰি সকলোকে মানা কৰিলে।

সিদ্ধান্তবাগীশে কয়,—কি কৰিবা, দুখো লাগে। পাপ কামৰ অনুতাপ অনিবাৰ্য্য। প্ৰলোভনত পৰিলে হিতাহিত বিবেচনা নাইকিয়া হয়। ফাঁচী-কাঠলৈ নিয়া দোষীয়ে অৱশ্যম্ভাবী অৱস্থাৰ সমুখত উগ্ৰ বাক্য বুলিলেও তাৰ মূল্য নাই, সি মস্তিষ্কৰ বিকৃতিহে। আমি কবলৈ হ'লে ঘটনা সম্বন্ধে আৰু সন্দেহৰ থল নাই। গাওঁত এনে প্ৰাণীৰ স্থান হব নোৱাৰে। কন্যাৰ কল্পনাথেও সকলো সম্বন্ধ তেজিব লাগিব।

সদানন্দৰ পাণ্ডিত্য আৰু বিচাৰ বুদ্ধি সকলোৱে শলাগিলে। তেতিয়াও কণিকাৰ মনত আশাৰ যি ক্ষীণ ৰেখাটি আছিল সদানন্দৰ উক্তিয়ে তাক প্ৰায় মচি দিয়াত তাইৰ চকুপানীয়ে আৰু বাধা নামানিলে।

মানুহৰ হীন বৃত্তিৰো এটা সীমা আছে বুলি তাইৰ যি বিশ্বাস আছিল ধাৰাসাৰ চকুপানীয়ে তাক ধুই নিবলৈ ধৰিলে। তাইৰ অৱস্থা দেখি সমজুৱাসকলে দুখ পাওক দূৰৰ কথা আনন্দহে অনুভৱ কৰে। নানাজনৰ মুখৰ পৰা বিবিধ বিধৰ মন্তব্য ওলায়। কণিকাৰ লগত অহা তিক্ততা দুজনীয়ে সমাজৰ আচৰণ সহিব নোৱাৰিয়েই হবলা তাইক নজনোৱাকৈয়ে আতৰি যায়।

অজিতো মেললৈ আহিছে। সি একাষে বহি সমাজৰ আলেখ-লেখ চাই আছে। যদিও সি আজিৰ মেলত এতিয়ালৈকে কথাটিও কোৱা নাই বা তাৰ উপস্থিতি কাকো অনুভৱ কৰিবলৈ দিয়া নাই, সি যে নিশ্চিন্ত মনে বহি আছে তেনে নহয়। চকুৰ আগৰ কোনো ঘটনাই তাৰ অন্তৰত সাঁচ নবহুৱাই পৰা নাই। কণিকাক গোসাঁইঘৰৰ চোতালত থিয় কৰোৱাৰ সময়ত তাৰ মুখমণ্ডলে যি এটি উত্তেজনাৰ ৰূপ লৈছিল লক্ষ্য কৰোতা জনেহে তাৰ বুজ পালে হয়। সমজুৱাসকলে যেতিয়া কণিকালৈ বিদ্রূপৰ বাক্য-বাণ হানিছিল অসহনীয় যন্ত্ৰণাত তাৰ প্ৰাণ ছট্‌ফট্‌ কৰিছিল। তথাপি যিমান পাৰে সি ধৈৰ্য্য ধৰিয়েই ৰ'ল। কিন্তু বেছি পৰ আৰু নোৱাৰিলে; ধৈৰ্য্যৰ তাৰ নাটনি হ'ল। ঠাইতে

থিয় দি সি অকুতোভয়ে কবলৈ ধৰিলে—এইখন সমাজ নে কি মই ধৰিব পৰা নাই। সুবিচাৰ কৰিবলৈকেহে সমাজ, দুৰ্ব্বল আৰু নিৰপৰাধীৰ সৰ্ব্বনাশ সাধন কৰিবলৈ নহয়। এই ঘটনাত এনেকুৱা দোষণীয় কথা কি আছে যে সমাজ উদ্বাউল হৈ গুঠিলে নহয়? এইদৰে সমাজ পতাৰ উদ্দেশ্য ইতৰ লোকৰ পক্ষে বুজা টান। কিবা অভি-প্ৰায় লৈ কোনোবাই ঘৰ সোমাল বুলিয়েই একো দোষে চুব নোৱাৰে। পাৰিলে কোন সোমাইছিল উলিয়াই যথোচিত শাস্তি বিধান কৰক।

সমাজত উপস্থিত থকা দুই চাৰিজন ডেকাই অজিতৰ কথাত বৰকৈ উৎসাহ পালে। সিহঁতেও অজি-তৰ দৰেই অনুভৱ কৰিছিল; কিন্তু মনৰ ভাব ব্যক্ত কৰিবৰ জোখাৰে সাহস গোটাব পৰা নাছিল। এতিয়া বল পাই সিহঁতৰ এজনে কলে,— ই সমাজৰ উচিত বিচাৰ হোৱা নাই। যদি ইয়াকেই বিচাৰ বোলা হয় অত্যাচাৰ আৰু কাক বোলে কব নোৱাৰোঁ। এনে বিচাৰ একোতেই মানিব নোৱাৰি।

সমজুৱাসকলে তবধ মানিলে। সমাজৰ ওপৰতো যে এনেকৈ ক'ব পৰা কোনোবা থাকিব পাৰে তেওঁ-লোকৰ ধাৰণাই নাছিল। মেলেকীসকলৰ মুখলৈ চাই

তেওঁলোক নীৰৱে ৰ'ল। তাকে নকৰিয়েই বা কৰে কি? তেওঁলোকে যে দেখে অইনৰ চকুৰে, শুনে অইনৰ কাণেৰে আৰু চিন্তা কৰে অইনৰ মূৰেৰে। কথা বেগতিক দেখি বিদ্যাধৰে খণ্ডতে জলি-পকি কবলৈ ধৰিলে,—এই ডেকা ল'ৰাখন দিনকদিনে কেৱল অসংযত হৈ যাবলৈ ধৰিছে; ইহঁতৰ হিতাহিত বিবেচনা লোপ পালে। ডেকা তেজৰ ভমকত ডেওপাৰি ফুৰাই ইহঁতৰ কাম। তেতে ধৰিলে সকলোৰেই বেয়া পায়। সেইবুলিয়েই সমাজে এনে অধঃপতন চাই থাকিব নোৱাৰে। সমাজভুক্ত হৈ ৰ'বলৈ হ'লে সমাজৰ বিচাৰত হয় দিবই লাগিব। সমাজ-বিদ্বেষৰ পৰিণাম ভীষণ।

বিদ্যাধৰৰ কথা শেষ হোৱাৰ লগে লগে অইন কেইবাজনেও অজিতলৈ চাই মুখত যি আহে তাকে কবলৈ ধৰিলে। অজিতলৈ লক্ষ্য কৰি দুই একে দিয়া কদৰ্য্য ইঙ্গিত জ্ঞান-বিবেক থকা মানুহৰ পক্ষে বিনা প্ৰতিবাদে সহ্য কৰা টান। কোনো কোনোৱে আকৌ ইমান ৰাগাম্বিত হৈ উঠিল যেন পাৰিলে অজিতৰ টেঁটু-তেই চেপামাৰি ধৰিব। এক হুলস্থুল গোলমালৰ সৃষ্টি হ'ল। সিদ্ধেশ্বৰ আৰু সদানন্দই অজিত আৰু ডেকাজনৰ কথাত বৰ অপমান বোধকৰা যেন দেখুৱাই বিমৰিষ

মনেৰে তলমূৰকৈ ৰ'ল। কল্পনাথ আৰু বিদ্যাধৰে এই মূল্যবান লোক দুগৰাকীৰ ওচৰত উতনুৱা ডেকাসকলৰ উদ্ধত আচৰণৰ বাবে ক্ষমা ভিক্ষা মাগি তেওঁলোকৰ মূল্য আকৌ বঢ়াবলৈ ধৰিলে।

অজিত মনে মনে নৰ'ল। সি আকৌ ক'লে,- ইয়াত সমাজ বিদ্বেষৰ কথা একো হোৱা নাই। সমাজৰ হিতৰ বাবে যিখিনি নকলে নহয় তাকেহে মাথোন কৈছোঁ। আপোনালোকৰ কোপত পৰিলেও বিবেক মই এৰিব নোৱাৰোঁ। বলী পুৰুষে নিৰ্ব্বলী তিৰুতাৰ বিচাৰ সাৱধানে কৰাই ভাল। নাভাবিব যে তিৰুতাই পুৰুষৰ অধীনত সদায়ে টেপেকা খাই থাকিব। এনে এটা দিন আহিব যেতিয়া পুৰুষে তিৰুতাৰ ওপৰত কৰা অন্যায় অত্যাচাৰৰ বাবে জবাব দিব লাগিব। এই সহায়হীনা বিধবাজনীয়ে এনে কি দোষ কৰিছে যে এখন সমাজে সকলো শক্তি লৈ তাইৰ ওপৰত জপিয়াই পৰিবলগীয়া হ'ল? দুষ্ট লোকৰ দুৰভিসন্ধি পূৰণত সহায় কৰিবলৈকে সমাজৰ সৃষ্টি হোৱা নাছিল।

অজিতৰ কথাত সকলোৰে জিভাৰ লেকাম খহি পৰিল আৰু এক কোঢ়ালৰ সৃষ্টি হ'ল। সমাজৰ শেষ বিচাৰলৈ বাট নাচাই অস্থিৰ চিত্তেৰে এখোজ দুখোজকৈ

কণিকা আতৰিল। সমাজৰে এজনে এবাৰ কৈ উঠিল,—সোৱা বিধবাগৰাকীয়ে দেখো বাটতে বাগৰি পৰিল। সকলোৱে সেই ফাললৈ চালে। অজিতৰ বুজিবলৈ বাকী নৰ'ল যে হতভাগিনীয়ে আচম্ভাই হৈ পৰি গৈছে। সি ততালিকে আগবাঢ়ি গ'ল আৰু খাৱৈৰ পৰা পানী লৈ কণিকাৰ মূৰত দিবলৈ ধৰিলে। এই দৃশ্য উপভোগ কৰিবলৈকে গোটেই সমাজ তালৈ উঠি গ'ল আৰু কণিকা আৰু অজিতৰ চাৰিওফালে বেৰি ধৰিলেগৈ। কিছুপৰৰ মূৰত চেতন্ পাই কণিকাই চকু মেলিলে। তাই দেখে যে, অজিত তাইৰ ওচৰতে আৰু গোটেইখন সমাজ চাৰিওকাষে। তাইৰ কি কৰো কি নকৰো লাগিল। কণিকাৰ অৱস্থা বুজি অজিতে ক'লে,—অইনে কি কয় কি নকয় তালৈ মন নকৰি নিজৰ ফাললৈ চোৱা, কণিকা। সহি সহিয়েই সমাজৰ মন বঢ়োৱা হৈছে। মনটো সবল কৰি ললেই সকলো টলি উঠিব।

কণিকা থিয় হ'ল। সকলোৱে ৰহস্যেৰে তাইৰ পিনে চালে আৰু নানা ভাৱে ইতিকিং কৰিবলৈ ধৰিলে। অজিতৰ অসহ্য হৈ উঠিল, সি কৈ গ'ল—মানুহ যে ইমান হৃদয়হীন হ'ব পাৰে ভাবিব নোৱাৰি। আপোনালোকে কি মৃত্যুৰ দুৱাৰলৈকে পাছ নেৰিব?

সমাজ পাতি বিচাৰ কৰক গৈ। মই কণিকাক ঠাই দিম। তাৰ বাবে যি কোনো অৱস্থাৰে সন্মুখীন হবলৈ মই প্ৰস্তুত। সমাজলৈ ভয় কৰি অন্যায়ৰ সোঁত অবাধে বৰলৈ দিব নোৱাৰি।

কণিকা অস্থিৰ হৈ উঠিল। তাই অজিতৰ ফালে চাই ক'লে,—আপুনি কি কৰিছে? মোৰ বাবে সমাজৰ কোপত আপুনি পৰিব কিয়? মই দোষ কৰিছোঁ, শাস্তি ল'ম। আপুনি মাজতে পৰি নিজৰ অন্যায় নিচিন্তিব। কাৰো কৈ—

—মনে মনে থাকা কণিকা। মই নভবা নিচিন্তাকৈ একো কৰা নাই। যিমান পাৰোঁ। ধৈৰ্য্য ধৰিবলৈ চেষ্টা কৰিছোঁ, কিন্তু ধৈৰ্য্যৰো এটা সীমা আছে। নোৱাৰিলে আৰু কি কৰিম?

সিদ্ধেশ্বৰ, সদানন্দ আৰু বিদ্যাধৰে উপদেশৰ ছলেৰে অজিতক দুকথা ক'বলৈ আৰম্ভ কৰোঁতেই সি কৈ উঠিল,—আপোনালোকে মিছাতে কথা খৰচ কৰাৰ প্ৰয়োজন নাই। ইয়াৰ পৰিণাম মোৰ জনা আছে; তথাপি মই অন্য বাট দেখা নাই। কণিকাক আশ্ৰয় নিদিলে মোৰ বিবেক বিসৰ্জ্জন দিয়া হব। মই তাক নোৱাৰোঁ।

এই সময়ত কণিকাৰ অৱস্থা অবৰ্ণনীয়। তাই বাৰেপতি অজিতৰ মুখলৈ চাইছে আৰু লগে লগে তাইৰ অন্তৰৰ উদ্বিগ্নতা ক্ৰমাৎ বাঢ়ি গৈছে। অৱশেষত বৰ নোৱাৰা হৈ তাই কৈ পেলালে,—ময়ো আপোনাৰ আশ্ৰয় লব নোৱাৰোঁ—নোৱাৰোঁ—নাযাওঁ।

কণিকা আৰু তিলমানো তাত নৰৈ গুচি গ'ল আৰু অজিতৰ ফালে চাই সকলোৱে চেক্ চেক্‌কৈ হাঁহি দিলে। নানা চিন্তা অন্তৰত লৈ অজিতো ঘৰলৈ গ'ল। সমাজ ভাগিল। বিদ্যাধৰ আৰু কল্পনাথেৰে সৈতে সিদ্ধেশ্বৰ আৰু সদানন্দ আকৌ গোসাঁইঘৰৰ ফাললৈকেই উভতিল। সিদ্ধেশ্বৰে বিদ্যাধৰক সুধিলে,—আচল কথা হেনো এয়েহে?

বিদ্যাধৰে উত্তৰ দিলে,—বুজিবই পাৰিছে।

—:—

অতুলৰ সৈতে কথা-বতৰাৰ পিছত অজিতৰ দৃঢ় ধাৰণা হ'ল যে আকোৱালি ল'লে এদিন তাৰ আদৰ্শৰ ফল ধৰা অসম্ভৱ নহয়। অসত্যৰ চমক ক্ষন্তেকীয়া জিলিকনি মাত্ৰ। সত্য অন্বেষণ কৰাই যেতিয়া মানুহৰ আচল প্ৰকৃতি অসত্যৰ চমক বা সত্যৰ বিকৃতি স্থায়ী নহয়। যি সকলে জানি বুজিও অসত্যকে সত্যৰ ৰূপ দিয়ে তেওঁলোকেও সমৰ্থনৰ অভাৱত এদিন নকল এৰি আচল নলৈ নোৱাৰে।

অজিতে ঘৰলৈ আহি দেখিলে যে কণিকাই কনকক কাষত লৈ বহি আছে। সি সুধিলে,—বাৰু কণিকা, মানুহে নিজৰ শক্তিৰ ভু নাপায় কিয়?

হঠাতে এনে এটি প্ৰশ্ন কৰাৰ অৰ্থ বুজিব নোৱাৰি কণিকাই ক'লে,—আপোনাৰ কথা বুজিব নোৱাৰিলোঁ।

—এই ধৰা, তোমাৰ পৰাই যদি জগতৰ কিবা

কাম হয় তুমি তাক নকৰিবা কিয় ?

মোৰ পৰাও জগতৰ কাম ? ইঁহুৱালে। —সঁচাকৈয়ে কণিকাই নাহাঁহি নোৱাৰিলে।

অজিতে গম্ভীৰভাবেই কয়,—তুমি জানো জয়মতী, মূলাগাভৰুৰ জাতিৰ নোহোৱা ? আজিও মানুহে পঞ্চ-কন্যাৰ নাম লৈ পাপ ক্ষয় নকৰেনে ? বেজিয়া, দুৰ্গাৱতীৰ নামত কোনে গৌৰৱ অনুভৱ নকৰে ? ৰাঁচীৰ ৰাণীৰ কাহিনী শুনিলে ধমনিৰ তেজ তপত নহয় নে ? তেন্তে তোমাৰ পৰাই বা জগতৰ কাম নহব কিয় ?

—নিজৰ অধঃপতন বুজি পাওঁ; কিন্তু উদ্ধাৰৰ যে উপায় নেদেখোঁ। প্ৰতিকূল অৱস্থাৰ মাজত একোৱেই সম্ভৱ নহয়।

—বিলাসৰ কোলাত সুখময় সপোন ৰচিব পৰা যায় সঁচা, কিন্তু প্ৰকৃত কাম হয় প্ৰতিকূল অৱ-স্থাত অভিভূত নহৈ সংসাৰৰ কঠিন কঠোৰতাৰ সমূখীন হ'লেহে। তুমি পাৰিবা বুলিয়েই মোৰ বিশ্বাস, কেৱল লাগে মন।

অজিতৰ কথাৰ সম্পূৰ্ণ সাৰমৰ্ম্ম নুবুজিলেও কণিকাই কয়,—কি কৰিব লাগে কওক। সাধ্যৰ অতীত নহ'লে কৰিবলৈ চেষ্টা কৰিম।

অজিতে কৈ যায়,—তুমি এনে ভাবে গাওঁ এৰি গ'লে এটি সত্যক চিৰদিনলৈ অসত্যৰ আঁৰত গা লুকাই ৰখোৱা হয়। সি কাৰো পক্ষে একো হিতকৰ নোহোৱাৰ উপৰিও তোমাৰ দৰে বহুতৰে অনিষ্টৰহে বাট মুকলি কৰিব। সমূহৰ ন্যায্য স্বাৰ্থ ৰক্ষা নপৰিলে এজনৰ স্বাৰ্থ ৰক্ষা নিৰৰ্থক। সেই কালৰপৰাহে প্ৰতিকাৰ বিচাৰি সাহসেৰে আগবাঢ়িবলৈ কৰ খোজোঁ। তোমাৰ এই চেষ্টাত উপযাচিয়েই সহায়ৰ প্ৰতিশ্ৰুতি দিওঁ। তোমাৰ কথা যেন এৰিলোঁৱেই, কিন্তু বিধৱাই ন্যায্য অধিকাৰ নাপাব কিয়?

কণিকাই ঠিক এই কালৰপৰা বিষয়টো চিন্তা কৰা নাছিল, নিজৰ কথা ভবাতেই আছিল তাইৰ ভাবনাৰ ওৰ। অজিতৰ দৰে উচ্চ ভাব কণিকাৰ পৰা আশা কৰাও টান। অজিতৰ কথাই তাইৰ সমুখত এক নতুন ক্ষেত্ৰ মুকলি কৰিলে। তাইৰ তাত ঠাই লোৱাৰ সামৰ্থ্য নাই বুলিয়েই যদিও তাই ভাবে, অজিতৰ কথা পেলাবলৈকেও টান পায়। অজিতৰ প্ৰতি গভীৰ শ্ৰদ্ধাত তাইৰ অন্তৰ ভৰি পৰে। অন্তৰ নিজৰ বহল বুলিয়েই অ:নৰ কৰুণ আৰ্ত্তনাদ তাত ৰেকা খাই প্ৰতিধ্বনিত হয়; নিজে উদাৰ, শক্তিমান বুলিয়েই শক্তিহীনৰ স্তিত-

ব্যতো শক্তিৰ সন্ধান পায়। নিজক বিশ্বাস কৰিব পৰা এই শক্তি যদি সকলোৱে পালে হয়। তাই ক'লে,—সহায়ৰ প্ৰতিশ্ৰুতি মোক দিয়ালৈ নগৈ পাৰিলে আপোনাক সহায় কৰিব পৰাকৈয়েই গঢ়ি তোলক। জানোঁ, ইয়াত থাকিলে জুৰণি মই পাম; কিন্তু লগতে ইয়াকো জানোঁ যে মোৰ লাঘৰ হোৱা সকলো দুখ-কষ্টৰ বোজা আপোনাৰ নিৰ্দোষী কান্ধত চপাই দিয়া হ'ব। সেই বাবেই অযথা আপোনাৰ ওপৰত পৰিবৰ ইচ্ছা মোৰ নাছিল। কত মানুহেই এইদৰে মানুহৰ অন্যায় সহি যৱনিকাৰ আঁৰ হ'ল!

—এইদৰে নহয় কণিকা। অতীতৰ ক'লা পিঠি পাহৰি জীৱনৰ সোণালী ভৱিষ্যৎ ৰচিব লাগিব। জীৱনৰ ব্যৰ্থতা ইমান সহজ নহয় বুলি এবাৰ মন বান্ধি ল লেই দেখিবা কোনো বাধা-বিঘিনিয়েই তোমাক অভিভূত কৰিব পৰা নাই, তুমি তোমাৰ প্ৰাপ্য স্থান অধিকাৰ কৰিব পাৰিছা। অৱস্থাৰ বশ নহৈ অৱস্থাক বশ কৰি লোৱা, জয় অনিবাৰ্য্য।

কণিকা মনে মনে থ'ল, তাইৰ যেন কবলৈ আৰু একো নাই। তাই কনকৰ গাত হাত বুলাবলৈ ধৰিলে। ইতিমধ্যে কনকে কণিকাৰ কোলাতে মূৰ থৈ শুই

পৰিছিল। তাই তাৰ মুখলৈকে চাই ৰ'ল। কণিকাৰ মনোভাব লক্ষ্য কৰি অজিতে কয়,—কনকৰ ভবিষ্যৎ সম্পৰ্কেও ভাবিবলৈকে আছে। যত্ন-চেষ্টাৰ অভাৱত অবু-জন লৰা এটিৰ জীৱন ব্যৰ্থ হৈ গ'লে বৰ দুখৰ কথা হ'ব।

কনকৰ কথা ওলালেই কণিকাৰ চকুপানীয়ে বাধা নমনাত পৰে। তাই চকুপানী মচি মচি কয়,—ময়েই তাৰ সৰ্ব্বনাশ কৰিছোঁ। টেঙৰৰ চতুৰ বাক্যত পতিয়ন নগলে এনে দশা তাৰ নহ'লহেঁতেন। তাৰ বস্তুৰে অইনৰহে বুকু ভৰালোঁ। এদিন যেতিয়া সি জনাবুজা হৈ উঠিব মই তাক কি বুজনি দিম ?

—কাৰ বস্তু কোনে ভোগ কৰে কণিকা ? প্ৰতিটো কামৰে এটা ভৱিষ্যৎ আছে। বেয়া কাম কৰিলেও মানুহৰ সাময়িক-ভাৰ্গ হোৱা দেখা যায় সঁচা ; কিন্তু সেয়েই যে সত্য নহয় ভৱিষ্যতে প্ৰমাণ কৰিব। নাভাবিবা যে আজিয়েই ব্যৱস্থা কৰিব নোৱাৰি ; কিন্তু বৰ্ত্তমানে ধৈৰ্য্য ধৰাই ভাল। মানুহৰ কুকৰ্ম্মৰ মূলোচ্ছেদ হ'লে এনে ঘটনা আৰু ঘটিব নোৱাৰিব। আমাৰ চকুত নপৰিলেও মানুহৰ লোভ আৰু প্ৰবঞ্চনাই কত কনকৰেই সৰ্ব্বনাশ সাধন কৰিছে। চাৰ লাগিব যেন পৃথিবীৰ বুকুত এনে

অন্যায় টিকি ৰব নোৱাৰে। তেতিয়াহে আচল প্ৰতিকাৰ কৰা হব। মানুহে দলিয়াই পেলোৱা অবুজন শিশু এটিক বুটলি লবলৈ মানুহ নোলালে যে মানব-জাতিৰ আৰু আশাই নাইকিয়া হয়।

অজিতৰ কথাত কণিকা মুগ্ধ হয়, তাইৰ দুখ-শোক পাতলে। তাই কয়,—সমুদ্ৰৰ পাৰত থিয় হৈ পানী নিবিচাৰোঁ। কেৱল সুধিবলৈ খুজিছোঁ কনকক খুৰাদেউৰ এচৰত ৰাখিব পাৰি নে নাই। কনকক আশ্ৰয় দিয়াত তেওঁ আপত্তি নকৰে, আগ্ৰহ হে দেখুৱায়। তদুপৰিও তাৰ সকলোখিনি তাতেই যেতিয়া তাত থাকিবলৈকে তাৰ অধিকাৰো আছে। মোৰ কথামতে তাক এৰি-দিবলৈকে ৰাজি নোহোৱা ভাবো তেওঁ দেখুৱাইছিল।

—তাৰ কাৰণ, তেওঁ জানে তুমি কনকক অবাঞ্ছিত ঠাইত এৰিব নোৱাৰা। তেওঁৰ বাঞ্ছাকেই পূৰ হবলৈ দিয়া। দুদিনলৈ সুখৰ সপোন দেখক। নাভাবিবা যে মানুহৰ অন্যায় সহি থাকিবলৈকে তোমাক কৈছোঁ। সহি সহিয়েই মানুহে মানুহৰ স্পৰ্দ্ধা সীমাহীনকৈ তুলিছে। এতিয়া এদিনতে তাক মষিমূৰ কৰিব নোৱাৰি। এজনে প্ৰতিবাদ কৰিলেই সুবিচাৰ নোপোৱা। শত হিয়াৰ মাজত সেই প্ৰতিবাদৰ সুৰ জগাই তুলিব লাগিব।

—আপোনাৰ উচ্চতা চুকি পোৱাৰ ক্ষমতা মোৰ নাই। এটি নিথকৱা প্ৰাণী আপোনাক গতালো, মনোমত আহিবে গঢ়ি-পিতি সংসাৰৰ উপযোগীকৈ তোলক।

এনেতে অজিতৰ আইতাকে ঘৰৰপৰা ওলাই কাষ্হিমত থিয় দিলেহি। অজিত আৰু কণিকাৰ কালে তেওঁ চালত অজিতে হাঁহি মাৰি ঠাট্টাৰ সুৰতে কলে,—আইতাই কি ভাবিছে ক'মনে? তেওঁ তাবিছে অজিত অকৰাটোৱে শেহত তেওঁক নককৈ নিয়াবহে দিহা কৰিলে।

আইতাকে কয়,—তোৰ অতপালিখন আৰু ন'গল। দুখ-চিন্তাৰ মাজতো হাঁহিব পৰা শকতি ক'ত যে পাৱ তই হে বুজ।

—কিয়? সি তোমাবেই অনুগ্ৰহ। মই জানো তোমাৰ জীয়েৰাৰ পুতেক নহও? সেইবুলিয়েই মোৰ আশা যে একোতেই তুমি মোক এৰিব নোৱাৰিবা।

—জগতখনে তোক ছেই-ছেই লেই-লেই কৰিব আৰু মই তাকে সহি থাকিম। মোৰ আৰু মৰণেই ভাল। কাৰ কি অন্যায় কৰিছু যে তোৰ নামে সিইঁতে কু-কথা ৰটি ফুৰিব?

অজিতে আইতাকৰ কাষ চাপি শিশুটিৰ দৰে কয়, —অইনে নাজানিলেও তুমি মোক জানা। তুমি এজ-নেও মোক ভুলকৈ নুবুজিলে হিয়াত বল পাম, বিপদ জয় কৰিব পাৰিম। কণিকা-কনকৰ সকলো কথাই তোমাৰ জনা আছে। জানি-শুনিও সিহঁতক এৰিব পাৰিবনে?

এবাৰ অজিতলৈ এবাৰ কণিকালৈ চাই বুঢ়ীয়ে কয়,—জুইলগা কপাল বোলে ইয়াকেই। নিজৰ কপাল খাইছে, এতিয়া অইনকো ৰক্ষা নিদিয়ে। মৰিবলৈ আৰু ঠাই নাছিল? তাতকৈ আপোনঘাতিনী নহ'ল কিয়? কাৰ কি হানি হ'লহেঁতেন?

অজিতৰ আইতাকৰ কথাত আলি-হিগা পানীৰ দৰে কণিকাৰ চকু পানীয়ে ধাৰ বৰষি ধৰিলে। অজি-তেও অতিকৈ অস্থিৰ হৈ উঠিল। কণিকাকেই বা কি প্ৰবোধ দিয়ে? আইতাককেই বা কি কয়? সি একো কব নোৱাৰাত পৰিল। কণিকাই ক'লে,—আপোনঘাতিনী হোৱাই মোৰ একমাত্ৰ উপায়; তাকেই কৰিম। তাইৰ অন্তৰখন অসহ্য যন্ত্ৰণাত ধৰ্-ফৰ্ কৰিবলৈ ধৰে।

বুঢ়ীয়ে কণিকাৰ ওচৰলৈ গৈ শাসনৰ সুৰেৰে কয়,— হৈছে, হৈছে আৰু, ৰব আপোনঘাতিনী হোৱাজনী

ওলালহি। ইমানেই যদি ভেম নাহিলেও হ'লহেঁতেন। যা এতিয়া ল'ৰাটোক শুৱাই থগৈ। এইদৰে ভাত-পানী এৰি মন মাৰি থাকিলে নচলিব। চোৱাই যাওকচোন কোনেনো কি কৰিব পাৰে।

আনন্দত অজিতৰ প্ৰাণ নাচি উঠিল। আইতাকলৈ চাই সি ক'লে—অলপ আগতে কণিকাই কনকৰ ভাৰ মোক দিছিল; এতিয়া কণিকাৰ ভাৰ মই তোমাক দিলোঁ। যি কৰা তুমিয়েই কৰিবা।

বুঢ়ীৰ হুচকুৰপৰা হুধাৰি চকুলো সৰি পৰে। অজিত ততালিকে ঘৰ সোমায় গৈ। কণিকাই এই মৰমিয়াল বুঢ়ীজনীৰ ফালে চাই ৰয়। তাইৰ চকুতো পানী, হুখৰ নহয়, নিৰাবিল আনন্দৰ।

অৱশেষত কণিকাই গাওঁত থকাকে স্থিৰ কৰে।

—:—

গধূলি পৰ। অজিতে গাওঁৰ অনতিদূৰৰ দলংখনৰ ওপৰত বহি সমুখৰ বিৰাট খেতি-পথাৰৰ মাজেদি পশ্চিম আকাশৰ ৰূপৰ খেলা চাই আছিল। আকাশৰ ৰং-সলনিয়ে তাৰ জীৱনৰ অৱস্থা-বিপাকৰ কথা তাক সোঁৱৰাই দিয়ে আৰু সি গভীৰ চিন্তাত মগ্ন হয়। কিহৰ পৰা কি হ'ল, যি হৈছে তাৰেই বা আকৌ পৰিণতি কি হয়—নানা কথাই তাৰ অন্তৰত উঠে। তাৰ চিন্তা কৰ্ত্তব্যৰ কঠোৰতাত পৰাঙ্মুখ হোৱাৰ চেলু বিচাৰিবলৈ নহয় কৰ্ত্তব্য পালনৰ বাবে উদ্দীপনা লাভ কৰিবলৈকেহে। কণিকা নাহিবলৈ খুজিও আহিল, আহিও যাবলৈ ওলাল।—কিয়? এই কিয়ৰ সমিধান সি মনতে বিচাৰে। ভাবে, হয়তো সাময়িক আবেগৰ উচটনি মাত্ৰ। যদি তাৰ এবাৰ কথাতেই তাইৰ আবেগৰ উচটনি সৈমান হয় সেই অৱস্থাৰেই

যা স্থায়ীৰ কিমান? জগতে তিকতাৰ চৰিত্ৰ দুৰ্ব্বোধ্য বোলা কথাষাৰো তাৰ মনত পৰে। কণিকাই তাক মাজবাটতে হাঁহিয়াতৰ পাত্ৰ কৰিলেও একো নোহোৱা ঘটনা নহয়; কিন্তু সেই বুলিয়েই জানো সি তাৰ কৰ্ত্ত-ব্যলৈ পিঠি দিয়া উচিত? মানুহ এবাৰ পৰিলেই কি আৰু উঠিব নোৱাৰে? সেয়ে হ'লে যে পৃথিবীখন এক আশাহীন ভীষণ স্থান হৈ পৰে। সি অন্তৰত বল পায়।

অজিতক বিচাৰিয়েই অতুল সেইখিনিত ওলালহি। তাক চিন্তাযুক্ত দেখি পিছফালৰপৰা অতুলে মাত লগায়,—নিজে বাছি লোৱা অৱস্থাৰ বাবে চিন্তা নিৰ-র্থক। এই বাহুনিত তোমাৰ ভিতৰৰ মনুষ্যত্বৰ সমৰ্থন আছে যেতিয়া তুমি তাক নামানি পাৰিবা কেনেকৈ?

অজিতে ক'লে,—তুমি ঠিকেই ধৰিছা, অতুল। অৱস্থাৰ গুৰুত্ব মই ভীত হোৱা নাই। কেৱল মানৱ-চৰিত্ৰৰ বিচিত্ৰতাত একো একোবাৰ বিপৰীত ভাবৰ সমাবেশ হয়, চিন্তা নকৰি নোৱাৰোঁ।

—সমাজৰ যুক্তিহীন নীতিৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ ভাৰ তোমাৰ ওপৰত। এই সম্পৰ্কে কাণসাৰ এৰি দিলে প্ৰচলিত অন্যায় প্ৰথাক অবাধে আগবাঢ়িবলৈ দিয়া হব। মানুহৰ কথা এৰি দি নিজ শক্তিৰ ওপৰত

নির্ভৰ কথা।

—এজনৰ শক্তিয়ে ইমান দূৰলৈ কুলালেহে। কোনো মুহূৰ্ত্তত যে দুৰ্ব্বলতা আহি নপৰিব তাৰেই বা কি বিশ্বাস। তেতিয়া অনুপ্ৰেৰণা যোগাবলৈ কোনো নাথাকিলে যে অনুশোচনা ভিন্ন গত্যন্তৰ নোহোৱা হব।

—তোমাৰ কামেই সমৰ্থনকাৰী বিচাৰি উলিয়াব। স্বাৰ্থৰহিত হৈ কাম কৰিলে দহৰ বাবেই কৰা হয়।

—স্বাৰ্থৰহিত হৈ কাম কৰাই অন্তৰৰ কামনা। এতিয়া প্ৰশ্ন, আগাবঢ়োঁ। কোন বাটেৰে।

অতুলে হঠাতে সুধি পেলালে,—বাৰু অজিত, বিধৱা-বিয়া সম্বন্ধে তোমাৰ মত কি?

অতুলৰ প্ৰশ্নত অজিতে এটি অৰ্থযুক্ত হাঁহি মাৰি উত্তৰ দিলে,—ৰাম-বিষ্ণু স্মৰণ কৰিব লগীয়া প্ৰশ্ন কৰিলা, অতুল। বামুণৰ বিধৱা-বিয়া অসম্ভৱ। সাতাম-পুৰুষৰপৰা চলি অহা প্ৰথাত বাধা পৰিব নোৱাৰে।

অতুলে জানে যে ই কেতিয়াও অজিতৰ নিজা মত নহয়, সমাজৰ প্ৰচলিত মতৰ আবৃত্তি মাথোন। তথাপি এই বিষয়ে অজিতেৰে সৈতে আলোচনাত প্ৰবৃত্ত হোৱাৰ সুবিধা লবলৈকে সি কয়,—পূৰ্ব্বাপৰ প্ৰচলিত প্ৰথা বুলি-য়েই সমাজৰ সকলো কামতে হয় দিয়াৰ একো অৰ্থ

নাই। নহ'লে যে পৰিবৰ্ত্তনলৈ একোৱেই বাকী নৰয়।

অতুলৰ উদ্দেশ্য বুজিও অজিতে কয়,—কিন্তু সকলো পৰিবৰ্ত্তনৰ পিঠিতে যে উদ্গতি আছিব তাৰো কোনো অৰ্থ নাই। সমাজৰ সকলো কামকে সমৰ্থন কৰিব নোৱাৰি সঁচা; কিন্তু সকলো নতুন ব্যৱস্থাই যে দোষ-মুক্ত হব সিও নহয়। কেৱল আবেগেৰে চালিত নহৈ দকৈ চিন্তা কৰিবও লাগিব।

আলোচনাৰ গতি সাধাৰণৰ পৰা বিশেষত পেলাই অতুলে সুধিলে,–বিধৱাৰ পুনৰ্বিবাহত বাধা কি?

—অধিকাৰ নিদিয়াটোৱেই বাধা। যি অৱস্থাৰ বাবে পুৰুষেই দায়ী সেই অৱস্থা দেখি পুৰুষেই আকৌ সহা-নুভূতিশীল হবলৈ যায় কেনেকৈ বুজিব নোৱাৰোঁ। বিধৱাই অনুগ্ৰহ নিবিচাৰে, বিচাৰে অধিকাৰ। বিধৱাক সেই অধিকাৰ দিবলৈ আমি কিমানেই বা সাজু যে তেনে প্ৰস্তাৱ উত্থাপন কৰিব পাৰোঁ? কেৱল শুকান সহানু-ভূতিৰে কাম নহয়, অতুল।

—অধিকাৰ স্বীকাৰ কৰিলেই জানো সমস্যাৰ সমাধান হব?

—অধিকাৰ আছে বুলি অধিকাৰ স্বীকাৰ কৰিব লাগিব, পুতো লৈ নহয়। কামনা চৰিতাৰ্থৰ বাবে নহৈ

যদি সঁচাকৈয়ে জীৱনৰ পূৰ্ণতাৰ বাবেহে বিয়াৰ ব্যৱস্থা তেন্তে বিধৱাক এই অধিকাৰ দিয়াত একো বাধা থকা উচিত নহয়। এই অধিকাৰ পোৱাৰ পিছত ভোগ কৰা নকৰাৰ বিষয়ে চিন্তা কৰিব বিধৱাই নিজে।

আচৰিত হৈ অতুলে সুধিলে,—তাৰ মানে?

অজিতে হাঁহি মাৰি ক'লে,—কোনো বিষয়ে অধিকাৰ থাকিলেই তাৰ উপভোগ বাধ্যতামূলক নহয়, অতুল। সকলোৱে বিয়াৰ ওপৰত সমান গুৰুত্ব আৰোপ নকৰিবও পাৰে। প্ৰত্যেক তিকতাই বিয়াৰ বাবে লালায়িত বুলি ভাবিলে তিকতা সম্পৰ্কে বৰ উচ্চ ধাৰণা পোষণ কৰা নহয়।

অতুলে অলপ তলকামাৰি কৈ ক'লে,—ই তোমাৰ দৃষ্টিভঙ্গিৰ কথা।

অজিতে ক'লে,—এৰা, দৃষ্টিভঙ্গিয়েই। মুঠৰ ওপৰত বিধৱা-বিয়া বাধ্যতামূলক হোৱাৰ প্ৰয়োজন নাই; কিন্তু বিধৱাই পুনৰ্বিবাহৰ অধিকাৰ পোৱা উচিত। নিজৰ পন্থা তেওঁলোকে নিজেই বাছি লওক।

—তেন্তে তাৰবাবেই কাম হাতত লোৱা; সমাজৰ পৰা এই ন্যায্য অধিকাৰ আদায় কৰা।

—তোমাৰ বা মোৰ মনত কিবা এটা ভাব খেলা-

সেই সমাজে তাক আকোৱালি নলয়, অতুল। ব্যক্তিৰ ওচৰত সমষ্টিয়ে পৰাজয় স্বীকাৰ নকৰে।

—কিন্তু সমষ্টি যে ব্যক্তিৰ দ্বাৰাই গঠিত। ব্যক্তিক এৰি দিলে সমষ্টিৰ সত্তা ক'ত? সমাজৰ ভাবধাৰাৰ কিবা পৰিবৰ্ত্তন আনিবলৈ হলে ব্যক্তি বিশেষেহে নালাগিবনে?

—তোমাৰ বা মোৰপৰা সি কেনেকৈ সম্ভৱ হব, অতুল? সমাজৰ আচাৰ-নীতিয়ে আমাক এনেদৰে মেৰাই ধৰিছে যে তাৰ কোনো এটি অংশ পৰিত্যাগৰ নামতো আমাৰ অন্তৰ আন্দোলিত হৈ উঠে। আবেগৰ উদগনিত মানুহে কিমানেই নতুন কথা ভাবে; কিন্তু কাৰ্য্যত গঢ় দিয়াৰ ক্ষণ পৰিলে প্ৰকাশ পায় অক্ষমতা। বক্তৃতা-মঞ্চৰ পৰা বা কাপ-মেলামৰ সংযোগত কত গভীৰ ভাবকেই প্ৰকাশ কৰা হয়, কত সংস্কাৰৰ নেৰানেপেৰা কাৰণকেই দৰ্শোৱা হয়, কিন্তু সেইবোৰ কাৰ্য্যত পৰিণত কৰিবলৈ চেষ্টা কৰে কেইজনে? কাৰ্য্যত ফলিয়াব নোৱাৰিলে কল্পনা সপোন। সমাজৰ ৰীতি-নীতি আমাৰ মজ্জাগত। যি কথা মানুহৰ মজ্জাগত তাক সহজতে উভালিব নোৱাৰি।

অজিতৰ কথা শুনি অতুল নীৰৱে বহিল। সি নিজৰ দুৰ্ব্বলতা বুজি পায়। সি জানে যে নানা ভাবেই

তাৰ অন্তৰত উথল-মাথল লগায়, কিন্তু সেইবোৰত তেজ-মাংস দিবলৈ সি অক্ষম। কত পৰিবৰ্ত্তনৰ বাবেই সি অন্তৰত উৎসাহ অনুভৱ কৰে; কিন্তু কাৰ্য্যলৈ অনুবাদ কৰাৰ ক্ষণ আহিলেই লাগি পৰে তাৰ .দ গোৰ-মোধোৰ, সেমেকি যায় তাৰ উৎসাহ।

অজিতে অতুলৰ নীৰৱতাৰ কাৰণ বুজিলে। অলপ কথাতেই যে অতুলৰ অন্তৰে আঘাত অনুভৱ কৰে সেই কথা সি নজনা নহয়। সি সমাজৰ গঢ়-গতিলৈ লক্ষ্য কৰিহে এইবোৰ কথা কৈছিল, অতুলক আঘাত দিয়া উদ্দেশ্য তাৰ সমূলি নাছিল। কিন্তু তাৰ কথা নিজৰ গাত খাপ খাই পৰাত অতুলে ভাবিলে তাকেই। অজিতৰ বেয়া লাগিল। অলপ সময় মনে মনে থৈ সি ক'লে,— এই বিষয়ে নভবা নহয়, অতুল; ভাবিছো। বিধৱাসকলৰ উপৰিও কত শ্ৰেণীয়েই প্ৰাপ্য অধিকাৰৰ পৰা বঞ্চিত হৈ আছে! মানুহে পাবলগীয়া অধিকাৰ সকলোকে দিব নোৱাৰালৈকে আমি বিচিয়াই কৈ ফুৰা সভ্যতা সাৰহীন বাহ্যিক চিক্‌মিকনি হৈয়েই ৰব। এই ক্ষেত্ৰত কাম কৰিবলৈ হ'লে ত্যাগৰ আৱশ্যক। দলিত, নিপীড়িত সকলৰ অৱস্থাকেই নিজৰ অৱস্থা বুলি ল'ব লাগিব তেওঁলোকৰ ভিতৰৰে এজন হৈ পৰিব লাগিব। উপৰৰ পৰা কথা

চলিলেই নহয়। দলিত দলৰ হিয়াৰ বেদনা আৰু কৰুণ আৰ্ত্তনাদ যাৰ মাজেদি প্ৰকাশ পায় এই ক্ষেত্ৰত কাম কৰাৰ যথাৰ্থ যোগ্যতা তাৰেহে। সহজ কথা নহয়।

অজিতৰ কথাত অতুল ঔষধ মানে। সি কয়,—ইমান বিস্তাৰিত ৰূপে নহলৈ ক্ৰমান্বয়ে হাত দিয়াহে ভাল যেন পাওঁ; নিজৰ গা বচায়ো চলিব লাগিব।

অজিতে অলপকৈ হাঁহি কয়,—আদৰ্শৰ বাবে কাম কৰাত স্বাৰ্থ থাকিব নোৱাৰে। আৱশ্যক হ'লে মৰিবও লাগিব। জীৱনৰ ভিতৰত একো ফল নধৰিবও পাৰে; কিন্তু আদৰ্শৰ বাবে মৰিব পাৰিলে সেই মৃত্যু অথলে নাযায়।

দুয়ো কথা কৈ কৈ আহি অজিতৰ ঘৰ পালেহি। অজিতৰ ঘৰটিত চাকী জ্বলি আছিল; কিন্তু তাৰ আইতাক থকা ঘৰটিত হ'লে পোহৰ দেখা নগ'ল। দুয়ো ৰাতি হোৱাৰ গম পালে। অজিতে অতুলক অলপ বহিবলৈ অনুৰোধ কৰিলত অতুলে ৰাতি হোৱা বাবে সেই বিষয়ে আগ্ৰহ প্ৰকাশ নকৰিলে। যাব খুজিও অলপ বৈ অতুলে ক'লে,—তোমাক সহায় কৰিবলৈ মোৰ একো নাই; কিন্তু মোৰ অন্তৰৰ সমৰ্থন তুমি পাবা। তোমাৰ সঙ্কল্প পূৰ হ'লে সুখী হ'ম।

অজিতে এটি নিশ্বাস পেলাই ক'লে,—জানাই, মই এটা অকলশৰীয়া প্ৰাণী। যাক লৈ আৰাম বুলি ভাবিছোঁ। তেওঁৰ মনত বা আকৌ কি আছে! মানুহ চিনিব নোৱাৰি।

কণিকা সম্বন্ধেই যে অজিতে ইঙ্গিত কৰিছে অতুলে তাক বুজিলে। সি কেৱল ক'লে,—তেনে বাধা নপৰিব বুলিয়েই আশা কৰোঁ। প্ৰাণে প্ৰাণক উলাই কৰিব নোৱাৰে।

অতুল আৰু নব'লে। অজিতক লগত ওলাই আহিবলৈ দি সি বেগাই ঘৰলৈ গুচি গ'ল। অজিতো ঘৰ সোমাই পৰিল।

কণিকাৰ টোপনি অহা নাছিল। অতুল আৰু অজিতৰ মাজত হোৱা কথা তাই শুনিবলৈ পালে। তাইৰ ধাৰণা হ'ল যেন তাইৰ বিষয়েই দুয়ো বন্ধুৱে আলোচনা কৰিছিল। অজিতৰ কথাৰ মাজেদি প্ৰকাশ পোৱা করুণ সুৰটিয়ে তাইক আঘাত কৰিলে। অস্থুখৰ বাবে তাইৰ মনটো যেন চঞ্চল হৈয়ে উঠিল।

অজিত মুখ ধুবলৈ বাহিৰলৈ ওলাই আহোঁতে তাৰ আইতাকে আগ-চালিৰপৰা মাত লগালে,—ভাত খোৱা হ'লনে?

মুখ ধুই ধুই অজিতে উত্তৰ দিলে,—এৰা, খালোঁ। তুমি শোৱা বুলিহে ভাবিছিলোঁ। এতিয়া দেখিছোঁ বুঢ়া হ'লে যি হয় তোমাৰো সেই বায়ুৰ বিকাৰ। এই-দৰেনো উজাগৰে থাকা কেনেকৈ?

আইতাকে ক'লে,—তই আকৌ শুবলৈ দিবি কিয়? কোন কেতিয়াতে ওলাই গ'ল তেও উভতিবলৈ মনত নপৰে। অইনৰ কথাও অলপ ভাবিব লাগে।

মোটাটো পিৰালিত থৈ অজিতে হাঁহি মাৰি ক'লে,—মোক কিন্তু দোষ দিব নোৱাৰা। তোমাক আগেয়ে কৈছিলোঁ, তেও তুমি নুশুনিলা। সহজতে মই মোৰ ভাত কেইটা ৰান্ধি খাব পাৰোঁ। এইবাৰ আৰু আপত্তি কৰিলে নচলিব। ভাত সজাই থৈয়ো নিশ্চিন্ত হব নোৱাৰা।

—নিশ্চিন্ত হবলৈকেই শুই শুই জাগি আছোঁ। ধেমালিকৈ কোৱা নহয়, স'চাকৈয়ে কৈছোঁ তই এতিয়া বিয়ালৈ মন কৰিব লাগে।

অজিতে ডাঙৰকৈয়ে হাঁহি দিলে। সি ক'লে,—ভালেকেহে। হঠাতে আইৰ অবৰ্ত্তমানত তাৰ সুবিধা আছে হয়। এজনীৰ শাসনৰ অধীন পুত্ৰেকৰ ভিতৰলৈ অন্য পৰিবৰ্ত্তনত নীৰৱ বেদনা অনুভৱ কৰিবলৈ তেও আৰু নাহে।

হয়ো অলপ মনে মনে থকাৰ পিছত বুঢ়ীয়ে ক'লে,—যোৱা কথা গ'ল। এতিয়া আহিব লগীয়াটোৰ বিষয়েহে চিন্তা কৰিব লাগে। এইবাৰ আৰু আপত্তি নুতুলিবি। সোনকালে বিয়াখন হৈ যাওক। বুঢ়াকালত তেও অলপ সুখ লভোঁ।

অজিতে হাঁহিমুখে ক'লে,—কিন্তু তুমি যে ওলোৱাৰ বাটহে মুকলি কৰি লবলৈ বিচৰা যেন পাইছোঁ। এজনী গোটাই লোৱাৰ পিছত সুখ আৰু আশা নকৰিবা। উগ্ৰ মোহে একোকে নামানে, ই অন্ধ।

বুঢ়ীয়ে ক'লে,—এৰচোন তোৰ চুপতিখন। সংসাৰত আৰু কোনেও বিয়া কৰোৱাই নাই, তইহে কৰাবলৈ ওলাইছ। এইবোৰ কথা এৰি পেলা, মাথোন তোৰ মত দে। তই বেয়া পালেও নহোৱালীৰ হাতৰ কৰা খাবলৈ আশা কৰিমেই। কেইদিননো আৰু লৰি চৰি ফুৰিব পৰা হৈ থাকিম? তেতিয়া তায়েই চকু আঁখি দিব, যতন বেথা কৰিব।

অজিতে ক'লে,—কণিকাকেই তোমাক গতাইছোঁ। তেঁৱেই সকলোপিনে তোমাৰ সহায় হব পাৰিব। এই বেথা আগ্ৰহৰ নাটনি তেওঁৰ নহব বুলিয়েই ভাবোঁ।

—তোৰো আৰু কথা। সম্পৰ্ক নোহোৱা বিধৱা

ছোৱালী এজনীৰ ওপৰত এনে কি অধিকাৰ যে ইমান খিনি আশা কৰ? তই অধিকাৰ খুজিলেই বা তাই দিব বিয়? বা তাই অধিকাৰ দিলেই তই লবি কেনেকৈ? এজনী অসহায়া ছোৱালীক সহায় দিছু; প্ৰতি উপকাৰৰ আশাৰে নহয়। মই বিচাৰিছোঁ এনেকুৱা এজনী যাৰ লগত তোৰ হব চিৰদিনলৈ মেৰা-নেপেৰা সম্বন্ধ, যিহৰ বাবে তাইৰ ওপৰত মোৰ খাটিব দাবী।

অজিতে ভবাই নাছিল যে বিয়াৰ আলোচনাৰ মাজত কণিকাৰ কথা উলিয়ালে তাৰ আইতাকৰ মনত অন্য ভাবো উপজিব পাৰে। হয়তো তেওঁৰ কোনো ভাব হোৱাও নাই; কিন্তু হ'লেও হব পাৰে, তাকে ভাবি সি নিজকে নিজে দোষী পালে। অলপ পৰ মনে মনে থাকি সি ক'লে,— এৰা ভুলেই কৰিছোঁ। আমাৰ সুবিধা অসুবিধাৰ লগত কণিকাৰ সম্পৰ্ক নাই। তেওঁ নিজৰ ইচ্ছামতেই চলিব। আমাৰ মাজলৈ তেওঁক টানিব নোৱাৰি।

আবুৱেক-নাতিয়েকৰ ভিতৰত হোৱা কথা-বতৰাৰ লগে লগে কণিকাৰ অন্তৰত ভাবান্তৰ ঘটি আছিল। তেওঁলোকৰ শেষৰ কথাখিনি শুনাৰ আগতে ইচ্ছা হৈছিল

যেন তাই উঠি গৈ অজিতক কব যে তাৰ ইচ্ছানুৰূপ কাম অতি আগ্ৰহেৰেই তাই কৰিব, সি নিসঙ্কোচে তাইক নিৰ্দ্দেশ দিব পাৰে। কিন্তু পিছ মুহূৰ্ত্ততে তাইৰ ইচ্ছাত বাধা পৰে। তাই ভাবে, অজিতৰ সুবিধাৰ বাবে তাই কাম কৰে কৰিব, তাক আগধৰি বাহিৰত প্ৰকাশ নকৰাই ভাল। অজিতৰ বিয়া হলে তাইৰ পক্ষে সি আনন্দৰে কথা হব। বিয়াৰ প্ৰস্তাৱৰ বিৰুদ্ধে মত দিয়াত সি তাইৰ সমৰ্থন পাব নোৱাৰে। ভাবি চিন্তি কণিকা বিছনাতে পৰি বয় অস্থিৰ চিত্তেৰে। অজিতে তাইৰ ওপৰত অধিকাৰ খটুৱাই কথা কোৱা হলে তাই যি আনন্দ পালে হয় তাৰ পৰা বঞ্চিত হব লগীয়া হোৱাত তাই বৰকৈ মানসিক পীড়া অনুভৱ কৰিছিল।

অজিতৰ কাষলৈ আহি আইতাকে ক'লে,—দেউতাক, তোৰ আপত্তি নাই।

অজিত ইমান সহজতে বাক্যজালত মেৰখোৱা বিধৰ লোক নহয়। আইতাকৰ কথা পাতলাই দিবৰ মনেৰে সি কয়,—মোৰ দৰে অনাথী এজনক কোনেও ছোৱালী নিদিয়ে, তুমি ধুৰুপকৈ জানিবা। এই বিষয়ে চিন্তা কৰি মিছাতে মন বেয়া নকৰাই ভাল।

আইতাকেও কথা এৰি নিদিয়ে; তেওঁ ক'লে,—

সদাচাৰী সকলৰ কথা জনা আছে। তই মাথোন মত দে; তাৰ পিছত চাই থাক কত জনেই কাষ চাপেহি। যি সকল আজি তোৰ কু কথা ৰটনাত পৰম উৎসাহী তেওঁলোকে আকৌ গুণ গোৱাতো সহস্ৰমুখ হৈ পৰিব।

অজিতে জানে স্বাৰ্থসিদ্ধিৰ বাবে সমাজপতি সকলৰ আৰু কাজেই সমাজৰ কেনেকৈ মতৰ সলনি হয়। এই বিষয়ে আইতাকৰ বুজনিৰ প্ৰয়োজন তাৰ নাছিল। মত নথকা বিষয় এটালৈ আইতাকে তাক টানিব খোজা বাবেহে সি উদ্ধাৰৰ উপায় বিচাৰি নানা কথাৰ অবতাৰণা কৰিছিল। এতিয়া সি দেখিলে যে পোনপটীয়াকৈ কথা নকলে আইতাক লাগিয়েই ৰব। সি ক'লে,--মোক ক্ষমা কৰিবা। বৰ্ত্তমান অৱস্থাত বিয়া সম্পৰ্কে চিন্তা কৰিবলৈ মই অক্ষম। যেতিয়া আৱশ্যক যেন পাওঁ মই নিজেই তোমাক ক'ম নহয়। এতিয়া আৰু বিয়াৰ কথা মোক নকবা।

আবুৱেকে নাতিয়েকক চিনি পায়। একে কথাতে তেওঁ ধৰি থাকিলেও যে নাতিয়েকৰ কথাই কথা—তেওঁ জানে। বুঢ়ীয়ে ক'লে,—যি ভাল দেখ তাকেই কৰ। মোৰ কথাতো আৰু তোৰ কাণত নোসোমায়। যা বাৰু, এতিয়া ৰাতি হৈছে; বিছনাতে পৰ গৈ।

বুঢ়ীয়ে ঘৰসোমাই বিছনাত দীঘল দিলে গৈ। তেওঁ গমকে নাপালে যে সেই এ'কে ঘৰতে কণিকাই নানা চিন্তাৰ বোজা লৈ শুই শুই জাগি আছিল। অজিতো শুই পৰিল।

(১১)

কমলাৰ অতীত জীৱনৰ করুণ অধ্যায়টি ভালেমান দিনলৈকে তাইৰ অগোচৰ ৰয়। নিচেই কম বয়সতে দৰিদ্ৰ মাক পিতাকে তাইক বিয়া দি কন্যা-দায়ৰ পৰা হাত সাৰে। বিয়া উপলক্ষে যি সাধাৰণ সমাৰোহ হৈছিল তাৰ বাবে তায়ো বৰ আনন্দ পাইছিল, বিয়া বুলি নহয় তাইৰ ধেমালিৰ যোগান ধৰা বুলিহে। তাইৰ শহুৰেকে এ'কে একে দুজনকৈ পুতেক অতি কম বয়সতে যমৰ বুকুলৈ যোৱা দেখি বিয়াৰ ব-টিও নুবুজা তৃতীয় পুতেকৰ এই বিয়াৰ ব্যৱস্থা কৰে, কিজানিবা বিয়া হৈ গ'লে ছোৱালীৰ গ্ৰহৰ ফেৰত পুতেকৰ কিবা অমঙ্গল থাকিলেও সি দূৰেই হয়। কিন্তু ইমান ছল-চাতুৰীৰো একো ফল নহ'ল। এই ল'ৰাটিয়েও মাক-

পিতাকৰ বুকু সুদা কৰি আঁতৰিল। কমলাৰ মাক-পিতাকে হুৱা-দুৱা লগালে; কিন্তু কমলাই হ'লে কি হ'ল একোকে বুজিব নোৱাৰিলে।

কমলা ক্ৰমাগত স্বাভাৱিক পৰিবৰ্ত্তনৰ মাজেদি আগবাঢ়ি যায়। থানি-থুনা মৌ-মাতেৰে তাই লেল্-পেল্কৈ কথা কয়, অন্তৰত তাইৰ শিশুসুলভ মুক্ত নিৰ্ম্মল আনন্দ। ৰাতিপুৱাতে উঠি নানা তৰহৰ ফুল আহৰণ কৰি তাই মালা গাঁথে আৰু তাকে হাতে-গলে-মূৰে জক্মক্কৈ পিন্ধি প্ৰকৃতি-বালাৰ সাজ লয়। কেতিয়াবা আকৌ ডেমডেউকাৰ কেৰু পিন্ধে কাণত; কেতুৰাৰ গলপতা, জোনবিৰি, শিৰকটা মালা গঢ়ি অলঙ্কাৰ লয় গলত; ফুলৰ মালাৰ চিঠি-পাতি পিন্ধে মূৰত আৰু লতাৰ ঠাৰিৰে মুঠি আৰু ভৰি-খাৰু গঢ়ি লয় হাত ভৰি ভৰিত। তাই ধেমালিতে কলদনাৰ তাঁত-শালত কাল্পনিক কাপোৰ লগাই খৰিকাৰে ফুল বাছে, বালিৰ ভাত আঞ্জা ৰান্ধি গছৰ পাতত বাঢ়ি লৈ সম-নীয়া সকলক খাবলৈ দিয়ে। বৰ-কইনাৰ মাক হৈ বিয়া পাতে, নামতী হৈ যেনেতেনেকৈ অ'ৰ এশাৰী ত'ৰ এশাৰী নাম লগাই দিয়ে। তাইৰ ধেমালিৰ মাজেদি প্ৰকাশ পায় ভৱিষ্যৎ নাৰী জীৱনৰ এটি আগ-

তীয়া আভাস। কমলাৰ বয়স বাঢ়ে, তাই যৌৱনৰ দুৱাৰদলি পায়, দশ ডাঙৰ হয়। তাইৰ দৃষ্টি কোণৰ সলনি ঘটে। পুৰণি পৃথিৱীখনকেই এক নতুন অপৰূপ ৰূপত তাই দেখিবলৈ পায় আৰু অন্তৰত অনুভৱ কৰে কিবা এক অপূৰ্ব্ব পুলকৰ অজানিত সিয়ঁৰণ। মুকলি-মূৰীয়া কমলা মাজে মাজে লাজকুৰীয়া হৈও পৰিব খোজে। সকলো স্বাভাৱিক। তথাপিও অইনে, এনেকি তাইৰ মাক-পিতাকেও, তাইৰ দুৰ্ভাগ্য সুৰঁৰি তেওঁলোকৰ মনেৰে অবাঞ্চিত বুলিয়েই তাক অস্বাভাৱিক পৰিণতি যেন পায়। পালেই বা কি হব। মানুহৰ মন যোগাৱলৈকে প্ৰকৃতিৰ ৰীতি নবদলে।

কমলা বুদ্ধিমতী। কিঞ্চিৎ শিক্ষাৰ পোহৰো তাই নোপোৱা নহয়। কমলাৰ শিক্ষাৰ ব্যৱস্থা কৰিব পাৰে এনে অৱস্থা তাইৰ মাক-পিতাকৰ নাছিল। এই বিষয়ত যি অলপ সুবিধা তাই লভিছিল সি অন্যৰ দয়াতহে। কমলা সম্পৰ্কত অতুলৰ বিশেষ একো নহয়। তথাপিও তাইৰ বিষয়ে সি মাজে সময়ে চিন্তা কৰিছিল। অতুলক অকলশৰীয়া স্বভাৱৰ বুলিলেই হয়। অজিতৰ বাহিৰে আনৰ লগত তাৰ বিশেষ সম্পৰ্ক নাছিল। তথাপি তাৰ সহানুভূতিশীল অন্তৰৰ গোপন কোণ এটি কমলাই

অধিকাৰ কৰিছিল। আজিও তাৰ মনত পৰে বহুদিন আগৰ, যেতিয়া সি স্কুলত পঢ়িছিল, সেই ক্ষুদ্ৰ ঘটনাটি—

অতুলহঁতৰ পদুলিমুখৰ বকুল জুপিৰ ফুল সৰি তল-খন কুকুমকীয়া হৈ থাকে আৰু কমলাই তলসৰা ফুল-বোৰ বুটলি আপোনমনে মালা গাঁথে। সিদিনাও তাই বকুল জুপিৰ তলত বহি মালা গাঁথি আছে। এনেতে তাইৰ সমনীয়া ল'ৰা এটিয়ে তাইৰ পৰা ফুলবোৰ কাঢ়ি নিবলৈ খেদি আহিল। কমলাই কি কৰিব কি নকৰিব একো উপায় নাপাই ফুলবোৰ আৰু আধা গঁথা মালা-ধাৰ ততালিকে কোচত ভৰাই লৈ লৰি অতুলহঁতৰ চ'ৰাঘৰ সোমাল। অতুলক তাতে কিতাপ পঢ়ি থকা দেখিবলৈ পাই সাহ কৰি তাই ওচৰলৈ গ'ল আৰু খেদি অহা ল'ৰাটোলৈ আঙুলিয়াই ক'লে,—মোৰ ফুল বোৰ কাঢ়ি নিবলৈ খুজিছে। মই নিদিওঁ, মালা গাঁথিব লাগিব।

অতুলক দেখিবলৈ পাই ল'ৰাটো দৌৰি পলাল। কমালায়ো পিছতেই তাৰপৰা গুচি যাব খুজিছিল; কিন্তু অতুলে হাতত ধৰি ওচৰত থকা চকীখনত বহুৱাই তাইক মালা গাঁথিবলৈ দিলে। এই অকণমানী ছোৱালীজনীক কাষত পোৱাত অতুলৰ বৰ ভাল লাগিছিল।

কেইবাদিনো সি তাইক বকুল তলত ফুল বুটলা আৰু আৰু মালা গাঁথি থকা দেখিবলৈ পাইছে ; কিন্তু কোনো দিনে তাইক মৰম কৰি দুকথা কোৱা নাই। অতুলে জানে যে তাই গাওঁৰে দুখীয়া মাক-পিতাকৰ ছোৱালী।

অতুলে ধেমালিকৈ কমলাক সুধিলে,—তই কেলেই প্ৰতিদিনে আমাৰ ফুলবোৰ লৈ যাৱ? আজিৰপৰা হলে আৰু এইদৰে আমাৰ ফুল নিব নোৱাৰিবি।

অতুলৰ কথা শুনি কমলাৰ মুখৰ চেহেৰা একেবাৰে পৰি গ'ল। একো উত্তৰ নিদি একেথৰে তাই অতুলৰ মুখলৈ চাই ৰ'ল। অতুলে বুজিলে যে তাৰ কথাই কমলাৰ মনত দুখ দিছে। আচলতে তাইনো কি কৰে তাকে জানিবৰ মনেৰেহে অতুলে তাইক ফুল নিবলৈ মানা কৰিছিল। সি মৰমেৰে ক'লে,—বাৰু, একো ভয় নাই, তই ফুল নিবি। পিছে, মালা হলে মোকো দিব লাগিব। দিবি জানো?

কমলাৰ মুখ পোহৰ হৈ উঠে আৰু মূৰ দুপিয়াই তাই সম্মতি জনায়।

সিদিনাৰ বাবে যদিও কমলা গুচি গল মাজে সময়ে একো একোবাৰ অতুলৰ কাষলৈ আহে আৰু নানা প্ৰশ্ন সুধি তাক ব্যতিব্যস্ত কৰি তোলে। এদিন কমলাই

অতুলক সোধে,—অতুল দাদি, তুমি ইমান পঢ়া কিয় ? তোমাৰ বহুত টকা আছে। তুমি এনেকৈ নপঢ়িলে নহয় জানো ?

—মোৰ যে টকা আছে তইনো কেনেকৈ জানিলি ?

—এৰা, মইহে কব নোৱাৰোঁ হয়। তোমাৰ ইমানবোৰ ডাঙৰ ডাঙৰ কিতাপ, ইমানবোৰ ধুনীয়া ধুনীয়া কাপোৰ আছে, ঘড়ী আছে, মই হবলা নাজানোঁ ?

—বাৰু টকা থাকিলে জানো পঢ়িবলৈ নাপায় ?

কমলাই অতুলৰ কথালৈ কাণ নিদি আকৌ সোধে,—অতুল দাদি, স্কুলত পঢ়িলেনো কি হয় ? এই কিতাপবোৰ পঢ়াতকৈ দেখোঁ উমলি ফুৰাই ভাল। আয়ে এদিন কৈছিল ময়ো বোলে স্কুলত পঢ়িব পাৰিলে ভাল আছিল।

—স্কুলত পঢ়িলে সকলোৱে মৰম কৰে। স্কুললৈ গৈ লিখা-পঢ়া কৰিলে তয়ো সকলোৰে মৰম-চেনেহ পাবি।

—মোৰ যে কিতাপ নাই !

—বাৰু তোৰ জানো স্কুলত পঢ়িবৰ মন আছে ? থাকিলে ময়েই কিতাপৰ দিহা কৰিব পাৰোঁ নহয়।

কমলা আমন-জিমনকৈ মনে মনে ৰয়।

কমলাৰ যি এখানি শিক্ষাৰ ব্যৱস্থা হয় সি বিশেষ-

কৈ অতুলৰ দিহা আৰু সাহায্যতহে। তাইৰ বয়স হোৱাৰ লগে লগে অতুলৰ মনলৈ তাইৰ ভৱিষ্যৎ সম্পৰ্কেও চিন্তা আহে। তাইৰ দেহস্ফূৰ্ত্তি প্ৰকাশ পোৱা প্ৰকৃতিৰ বদান্যতাৰ বাহিৰে অন্য সকলো সুযোগৰে পৰা তাই বঞ্চিত। কমলাৰ ভাব-গতি এতিয়ালৈকে পোন আৰু মুকলিমূৰীয়া হ'লেও তাইৰ ভৱিষ্যৎ জীৱনৰ বাট একা-বেঁকা আৰু বাধাময়। যদি জীৱনৰ প্ৰকৃত অৱস্থাৰে সৈতে পৰিচয় নোহোৱা-কৈয়ে তাই চলি যাব পাৰে, ভালৰেই কথা। কিন্তু যদিহে কাহানিবা এদিন তাৰে সৈতে তাইৰ পৰিচয় ঘটি যায়, তাৰ সম্ভাৱনা নোহোৱাও নহয়, তেতিয়া কি হব? সি চিন্তা কৰে; কিন্তু কূল নাপায়।

সৌভাগ্যৰ পৰা বঞ্চিত সন্তানৰ প্ৰতি মাক-পিতা-কৰ আকৰ্ষণ এনেয়ে বেছি, তেনে সন্তান যদি অন্য ফালে যোগ্যবান হয় তেনেহলে কথাই নাই। কমলাৰ মাক-পিতাকে তাইৰ বিষয়ে দিনে-ৰাতিয়ে চিন্তা কৰে। তাই যেতিয়া সমনীয়া ছোৱালী সকলৰ লগত আনন্দমনে বাহিৰলৈ ওলাই যায় তাইৰ ফালে চাই চাই তেওঁলোকে চকুপানী মচে। গাঁওঁৰ কণ কণ ল'ৰা-ছোৱালীবোৰক কাষত বহুৱাই লৈ যেতিয়া তাই

গল্পৰ স ফুৰা মুকলি কৰি দিয়ে তেওঁলোকে দীঘলীয়া হুমুনিয়াহ পেলাই মনোবেদনাৰ 'উপশম বিচাৰে। কমলাৰ মাক-পিতাকৰ নিদাৰুণ মনোকষ্টৰ ভু পায়ো অজিতে তেওঁলোকক তাইৰ অৱস্থাৰ বাবে দোষী কৰিবলৈ নেৰে। নিচেই কম বয়সতে তাইক বিয়া দিয়া বাবে যে তেওঁলোকেই দোষী তাক সি দৃঢ়ভাবেই কয় আৰু সেই ভুলৰ প্ৰতিকাৰৰ বাবে তেওঁলোকৰ মনোবলো দাবী কৰে। সি কয় যে ভুলবশতঃ তেওঁ-লোকে যেনিবা তাইক বিয়া দিলেই; কিন্তু তাইৰ অবুজন অৱস্থাতেই যেতিয়া তাৰ চিন-চাব নাইকিয়া হৈ গ'ল একো ঘটা নাই বুলি সেই অধ্যায়টি স্মৃতিৰপৰা মচি পেলাই তাইক স্বাভাৱিক গতিৰে আগ বাঢ়িব দিয়াই ভাল; সি একো দোষৰ কথা হব নোৱাৰে। অইনৰ ইহেন বচনক কমলাৰ পিতাকে নিষ্ঠুৰতা আখ্যা যে দিলেইহেঁতেন দুৰভিসন্ধিপ্ৰসূতও বুলিলেহয়। কিন্তু অজিতৰ ভিতৰতো যে নিষ্ঠুৰতা বা দুৰভিসন্ধি থাকিব পাৰে তেনে কথা ভাবিবলৈ তেওঁ টান পায়। তেহেলৈ তাৰ বিষয়ে অইনে যি ৰূপ ধাৰণাকেই পোষণ নকৰক। অজিতৰ কথাৰ যৌক্তিকতা তেওঁ বিচাৰ কৰে কিন্তু উপলব্ধি কৰিব নোৱাৰে। চিৰদিনে খামুচি থকা

প্ৰচলিতৰ পৰিবৰ্ত্তন বা অপ্ৰচলিতৰ প্ৰবৰ্ত্তন সম্পৰ্কে সকলোৱে ভাবিব নোৱাৰে। সি যে বিপ্লবী ধাৰা! তথাপি এতিয়ালৈকে কমলাই সাধাৰণ জীৱন যাপন কৰাত তাইৰ মাক-পিতাকে পাৰিপাৰ্শ্যমানে বাধা নিদিয়াকৈয়ে আছে, অন্তৰত তেওঁলোকৰ যিকি ভাবেই নহওক

* * * * *

ই. এ. চি. পদ পাই নগৰলৈ যোৱাৰ সময়তো অতুলে কমলাৰ চিন্তা পৰিত্যাগ কৰিব পৰা নাছিল। উচ্চ চৰকাৰী বাৰ পোৱাত ব্যক্তিগত আনন্দ তাৰ নাছিল বুলিলেই হয়। পিতাকৰ মন যোগাবলৈ বুলিহে এইবিষয়ে সি অগত্যা গতানুগতিকভাৱে চেষ্টা কৰিছিল। কিন্তু তাৰ সেইলেখীয়া চেষ্টাই শেষত ফলৱতী হ'ল। অতুলৰ মাক-পিতাকৰ আনন্দৰ সীমা নোহোৱা হ'ল, গাওঁৰ সকলোৱে পাৰেমানে তাক আশাৰ্ব্বাদ দিলে; যিসকলে তাক ভালকৈ জানে তেওঁলোকেও যোগ্য-জনৰ ওপৰত যোগ্য ভাৰ পৰাত আনন্দ পাই তালৈ অভিনন্দন পঠিয়ালে। এইবোৰৰ মাজতো অতুল যেন নিৰ্ব্বিকাৰ। কি বাটে বাট বুলিব লাগে সেই বিষয়ে সি নিশ্চয় নহলেও বৰ্ত্তমান বাট তাৰ পক্ষে নহয়

বুলিয়েই সি ভাবে। কিন্তু হলেও এতিয়া আৰু তাৰ পিছ হুহকিবৰ উপায় নাই। উচ্চ পদ পোৱাৰ আনন্দই তাক পাৰি বহিব পাৰিলে অন্য চিন্তা অন্তৰত নৰ'লেও নবব পাৰিলেহেঁতেন। কিন্তু তাৰ আচল অৱস্থাত মনৰ গতি তেনেকুৱা হোৱাৰ একো হেতু নাছিল। চহৰলৈ যোৱাৰ আগতে কমলা সম্পৰ্কে সি অজিতেৰে সৈতে আলোচনা কৰে আৰু সেইবিষয়ে চিন্তা কৰিবলৈকেও তাক অনুৰোধ জনায়। কমলাৰ অৱস্থাৰ প্ৰতি অজিত এনেই উদাসীন নাছিল। অইনৰ দুখত দুখী হোৱাই যাৰ স্বভাৱ এনেবোৰ করুণ ঘটনাই তাৰ দৃষ্টি এৰুৱাই ৰ'ব নোৱাৰে। সি অতুলক কথা দিয়ে আৰু সকলো চিন্তা এৰি একাণপতীয়াকৈ নতুন কামত লাগিবলৈ উদগায়। অতুলৰ মানসিক অৱস্থা বুজি সি কয়,—কেৱল স্বাৰ্থ পৰিপূৰণৰ বাবেই এই পদ নহয়। তোমাৰ কামে অইনৰ কিৰূপ হিত সাধন কৰিছে সেয়েহে প্ৰমাণ কৰিব তোমাৰ কাৰ্য্যদক্ষতা আৰু কৰ্ত্তব্যপৰায়ণতা। যথাৰ্থ আগ্ৰহ থাকিলেই মনোমত কাম কৰিবলৈ সুযোগ পাবা আৰু আদৰ্শ স্থিৰ ৰাখি-লেই বিশুদ্ধ পথৰ সন্ধান নিমিলাকৈ নৰয়। অন্য চিন্তাক কৰ্ত্তব্য পালনৰ বাটত বাধা যাচিবলৈ নিদিয়া যেন।

(১২)

চিন্তাৰ বোজাটি কিছুপৰিমাণে পাতলাই কণিকাই কোনো কোনো বিশেষ কামত মন দিয়ে। অজিতে তাইৰ আগত দাঙি ধৰা আদৰ্শৰ প্ৰতি অনুভৱ কৰা আকৰ্ষণেই আছিল ইয়াৰ কাৰণ। সূতা কটা, তাঁত-শাল বোৱা আৰু যেনে ধৰণৰ আন আন কাম কৰি তাই এতিয়া আনন্দ পায়। এড়ি-পলু পুহিবলৈকেও অজিতৰ আইতাকৰ পৰা তাই শিকি লয়। আহৰি পৰত তাই অজিতৰ কিতাপবোৰ লৰা-চৰা কৰে আৰু সময়মতে ৰামায়ণ, মহাভাৰত, কীৰ্ত্তনঘোষা, নামঘোষা প্ৰভৃতি পুথিবোৰৰ কোনোখন উলিয়াই পঢ়ে আৰু বুজিবলৈ চেষ্টা কৰে। মাজে সময়ে কনককো যি পাৰে অলপ অচৰপ তাই শিকায়। অজিতে যেতিয়া আইতাকৰ আগত প্ৰাচীন পুথিৰ পৰা আখ্যান বৰ্ণাই অতি সৰলভাৱে তাৰ তাৎপৰ্য্য ব্যাখ্যা কৰে কনিকাই ওচৰতে বহি

একান্তমনে শুনি থাকে আৰু হৃদয়ত বল লাভ কৰে।

কণিকাৰ মনৰ গতিৰ এই পৰিবৰ্ত্তনত অজিতে আনন্দ পায়। সি বিচাৰে—জগতত অন্যায় অবিচাৰ থকা সত্ত্বেও সকলোৱে নিজৰ অৱস্থা নিজে কঁদনা কৰি লওক, একোলৈকে কেৰেপ নকৰাকৈ এক উজ্জ্বল ভৱিষ্যতত আস্থা ৰাখি সকলোৱে আগবাঢ়ি যাওক। সুযোগৰ অভাৱৰপৰা সৃষ্ট হোৱা বৈষম্য কোনেও যেন নসহে—এয়েই আছিল তাৰ কামনা। গাঁৱৰ সমাজে অজিতক যিকি চকুৰে চালেও এতিয়াও তাৰ ওপৰত আস্থা ৰখা লোক আছে। তেওঁলোকৰ আগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰিয়েই সি তাৰ আদৰ্শক বাস্তৱ-ৰূপ দিবলৈ চেষ্টা কৰে। এনেবোৰ লোকৰ কিমানক পাৰে ক্ৰমে এক-গোট কৰি সি তেওঁলোকক নিজৰ শোচনীয় অৱস্থাৰ কাৰণ আৰু তাৰ উন্নয়নৰ বিষয়ে চিন্তা কৰিবলৈ অনু-ৰোধ জনায়। সি দেখিবলৈ পায় যে আচল কথা উন্মু-কিয়াই দিলে তাক ধৰি লব পৰা ক্ষমতা এই লোক-সকলৰ নোহোৱা নহয়। তাৰ আশা হয়, এই লোকসকলে এদিন উচ্চকণ্ঠে তেওঁলোকৰ দাবী দাঙি ধৰিব পাৰিব, নিজৰ কামৰ দ্বাৰা যথাযোগ্য ঠাই দখল কৰি লবলৈ পাৰগ হব

যেতিয়া অজিতে তাৰ নিজৰ আৰু ওচৰৰ অন্যান্য গাওঁৰ সবল দুৰ্ভগীয়া লোকসকলক উন্নত ধৰণৰ খেতি, সমবায় পদ্ধতি, উমৈহতীয়া প্ৰচেষ্টা, জনশিক্ষা, কুটীৰ শিল্প প্ৰভৃতিৰ কথা কয়, তাৰ আন্তৰিকতাত তেওঁলোক মুগ্ধ হয় আৰু সেইবোৰ বিষয়ে জানিবলৈ আগ্ৰহ প্ৰকাশ কৰে। মাত্ৰ সিদিনালৈকে মানুহে ঘৰে ঘৰে কেনেকৈ কাকৈ, জটভঙা, বাহ, ধূপ তৈয়াৰ কৰিছিল; গোবৰৰ দ'ম ও কুমথৰাৰ খেতি কৰিছিল; মাছমৰা জাল বুইছিল; খৰি আৰু ফলৰ বাবে গছ ৰুইছিল; নৈৰ পৰা শামুক তুলি আনি চুণ পুৰি লৈছিল; চোমনি ৰাখি মুগা-পলু পুহিছিল; টাকুৰী আৰু ভিৰত মুগা-সূতা কাটিছিল, বাঁহ-বেতৰ বাছকবনীয়া বিবিধ বন কৰিছিল—ইত্যাদি বিষয়ে অজিতে যেতিয়া তেওঁলোকৰ আগত উলুকিয়ায় তেওঁলোকে আগৰ আৰু আজিৰ অৱস্থাৰ প্ৰভেদ সুঁৱৰি ছমুনিয়াহ পেলায়। কিয় এই পৰিবৰ্ত্তন আহিল, এই পৰিবৰ্ত্তনৰ ফলেই বা কি হৈছে—এইবোৰ বিষয়ে তেওঁলোকৰ মাজত কথা-বতৰা হয়। লগে লগে আলোচনা চলে তেওঁলোকৰ টেটুলৈকে পোতযোৱা ধাৰ, পেটত গাঁঠি দিয়া অৱস্থা, মূৰৰ ঘাম মাটিত পেলোৱা পৰিশ্ৰম আৰু সৰ্ব্ব বিষয়ক দুৰ্ভাগ্যৰ বিষয়ে। অজিতে যিমান দূৰ পাৰে

সহজ—সৰল ভাৱে সকলো কথা তেওঁলোকক বুজাই দিবলৈ চেষ্টা কৰে আৰু তেওঁলোকে ক্রমে তেওঁলোকৰ বর্ত্তমান অৱস্থাৰ প্রতি এক অসহিষ্ণু ভাব অনুভৱ কৰা যেন পায়।

অজিত গাওঁৰ সমাজে তাক এবি থোৱা অৱস্থাতেই সন্তুষ্ট ৰয়। হলেও তাৰ চাৰিওফালে এখন নতুন ধৰণৰ সমাজ গঢ়ি উঠে। বিদ্যাধৰ, পয়োধৰ আৰু আন আন সমাজ-নেতাসকলে অজিতক এলাগকৈ ৰাখিও স্বস্তিবোধ কৰিব পৰা নাই। তেওঁলোকে ভাবিছিল, দুদিন পিছতেই সি সেও মানিব আৰু তেওঁলোকৰ নির্দ্দেশমতে চলি আকৌ তেওঁলোকৰে লগ লাগিবহি। কিন্তু কার্য্যতঃ তেওঁলোকৰ ধাৰণা ফলৱতী হোৱাৰ আগন্তুক নেদেখি তেওঁলোক কিছু বিব্রত হৈ পৰে। তথাপি তেওঁলোকে আশা ৰাখে, যে শেষ পর্য্যন্ত তেওঁলোকৰ ধাৰণাৰ নির্ভুলতা প্রমাণ হবই—অজিত যিমানে আঁকোৰগোজা নহওঁক লাগিলেও সমাজলৈ আকৌ উভতি আহিবই। অজিতক তেওঁলোকৰ সমুখত আঠু লোৱাবলৈ কত উপায়কে যে তেওঁলোকে পাতে।

বিদ্যাধৰে গাওঁৰ অন্যান্য মুখীয়ালসকলৰ আগত অজিত আৰু তাৰ কার্য্যকলাপ সম্পর্কে আলোচনা কৰি কয়,—এতিয়া বৰ পৰোপকাৰীজন হৈ পৰিছে। আইনে

যেন আৰু আচল মতঅৰ বুজিছে। এইদৰেনো কোনো-খাই পাপ ঢাকিব পাৰেনে? অইনৰ কথাত ভাহি ফুৰা সকলক লৈ যিভালহে কালিৰ আমাৰ জমা আছে। কৰিব আৰু কি, দুদিনমানলৈ মিঠা কথাৰে দুই-চাৰিক ভুলাই নিজৰ কাম সাধিবলৈ চেষ্টা কৰিব। পিছে দুদিন-মানলৈকেহে! আচল কথা ওলাই পৰিলেই আকৌ যি সেয়েই। বোলো আগেয়ে নিজকে চম্ভালচোন; পিছতো অইনক উদ্ধাৰিবি। বেয়া লাগে এই ওপঙি ফুৰা মথালৈ। নিজৰ ভাগ্যত যেন এ:কো নহলেই, আমিয়েই সুবিধা দিছোঁ। যেতিয়া ভালকৈ মনপুতি কাম কৰ; কিজানিবা ভাত মুঠা মি:লই। ক'ত তাকে কৰিব, এতিয়া বোলে সিহঁতহে হ'ল আমাৰ গৰাকী। কাম নো'হোৱাৰ কথা চোবোৱাই কাম। এ:নেকৈ নিজৰ মাৰ নিজেই চিন্তিলে আমিনো কি কৰিব পাৰোঁ?

দুই-একে বিদ্যাধৰলৈ চাই কয়,—পি:ছ কোনো কোনো চৰকাৰী বিভাগেও হেনো অজিতক এই কামত সহায় দিবলৈ গাত লৈছে। দুই-এজন চৰকাৰী বিষয়া অহা-যোৱা কৰাও দেখিবলৈ পাইছোঁ।

পয়োধৰে কয়,—চৰকাৰৰ কথা আৰু নকবা। ৰজা ধাৰ্ম্মিক হলেনো অধৰ্ম্মৰ কোব এ:নেকৈ চৰেণে? ধৰ্ম্মত

থকা সকলক সহায় নকৰিলে, তেওঁলোকৰ ধন-মান ৰক্ষা নকৰিলে কিহৰ চৰকাৰ? সেই বাবেই নেদেখিছানে অ'ত আকাল, ত'ত বানপানী; আজি বোলে কটা-কটি মৰা-মৰি, কাইলৈ বোলে যুঁজ-বাগৰ আৰু কত কি? গোটেইখন তেনেই পাপেৰে পুৰ হ'ল। পূৰ্ব্বপুৰুষৰপৰা চলি অহা নীতি-নিয়ম আৰু নৰয় যেন পাওঁ।

বিদ্যাধৰে সমিধান দিয়ে,—চৰকাৰ চলোৱা ডাঙৰীয়া সকলক ইমান নিৰ্ব্বোধ নুবুলিবা, পয়োধৰ। তোমালোকে ধৰিব নোৱাৰিলা বুলিয়েই যে তেওঁলোকে এইবোৰ বিষয়ে চিন্তা কৰা নাই তেনে নহয়। কাৰ দৌৰ কিমান, কোন কিমান পানীৰ মাছ তেওঁলোকে বাৰুকৈয়ে বুজে। পিছে, এইখনে কেপ্‌কেপাই থাকে নহয়, সেই বাবেই সিহঁতৰ মুখ মাৰিবলৈকে এইবোৰ প্ৰাণহীন ব্যৱস্থা। আচলতে যে এইবোৰৰ ফল একো নহয় তেওঁলোকে জানে। ব্যৱস্থা বহুতেই হ'ল; কিন্তু ফলৰ ঘৰতনো দেখিছা কিটো? ডাঙৰ ডাঙৰেই, সৰু সৰুৱেই; আগৰো, এতিয়াৰো। যাৰ ভাগ্যত সুখভোগ সি সুখভোগ কৰিয়েই আছে আৰু যাৰ কলমলাই ফুৰা কপাল সি কলমলায়েই ফুৰিছে। কাৰ ভাগ্য কোনে নিয়ে? চৰকাৰে ডাঙৰ আৰু ধনীৰ লগত যি

সম্পর্ক ৰাখিব লাগে ৰাখিছে। সেই বিষয়ত সন্দেহৰ থল নাই। আকৌ চোৱা ধৰ্ম্মৰ ফালে। চৰকাৰে বহুতেই নিয়ম বান্ধিলে, কিন্তু পালিছে কেইজনে? নিয়ম কৰিব লাগে কৰিছে, পালন কৰা-নকৰালৈ তেওঁলোকৰ কি? যাৰ তললৈ যোৱাৰ ইচ্ছা যাওক; তেওঁলোকে কিয় বাধা দিব? অজিতৰ দৰে ডেকা এজনৰ কি সাধ্য যে এইবোৰৰ তত ধৰিব? বৰ সমাজৰ উন্নতি সাধন কৰাজন ওলালহি! অইনৰ ধান-ধন হলেই তেওঁৰ ভঁড়াল উপচিব, অইনৰ মুখে গিলিলেই তেওঁৰ পেট পূৰ হব; বলিয়ালি মুবুলি আৰু কি বুলিবা?

অজিতে লোৱা কৰ্ম্মপন্থাৰ প্ৰতি সমৰ্থন জনাবলৈ যি চিন্তা ধাৰাৰ আৱশ্যক, নকলেও হব, বিদ্যাধৰ আৰু তেওঁৰ নিচিনা সকলৰ অন্তৰত তাৰ বাবে ঠাই নাছিল। তেওঁলোকে ভাবে, অইনৰ অৱস্থা যিমানেই করুণ বা শোচনীয় নহওক তেওঁলোক ৰক্ষা পৰিলেই সমাজ ৰক্ষা পৰা হয়। তেওঁলোকে সমাজ পাতিছে কৰ্ত্তৃত্ব বিস্তাৰ কৰিবলৈ, নিজৰ ভাগ্য সমাজৰ ভাগ্যেৰে সাঙুৰিবলৈ নহয়। অইনৰ দুৰ্দ্দশাত তেওঁলোকে কেতিয়াবা বেদনাৰ ভাব প্ৰকাশ কৰিলেও সি কেৱল নিজৰ

স্বার্থ পূৰণৰ বাবে বাহিৰত বহুগ বুকুৰ পৰিচয় দিবলৈকে-ছে; তেওঁলোকৰ তেনে ধৰণৰ আচৰণৰ আঁৰত দুৰ্দ্দশা-গ্ৰস্ত সকলৰ প্ৰতি কৰ্ত্তব্য-বোধৰ যথাৰ্থ উদগনি নাছিল। কাজেই, অজিতৰ আন্তৰিকতাৰ প্ৰতি তেওঁলোক সন্দিহান নহৈ নোৱাৰে।

বিদ্যাধৰ আৰু তেওঁৰ অনুগামী সকলৰ ধাৰণা যিৰূপেই নহওক অজিত কিন্তু তাৰ কামত একাণপতীয়া। সি ভাবে যে ব্যক্তিৰ ভাগ্য সমাজৰ ভাগ্যৰ ওপৰত নিৰ্ভৰ-শীল: সমাজ বাচিলেহে ব্যক্তি বাচিব পাৰে। সমাজৰ উন্ন-তিৰ বাবে কৰা চেষ্টাত ব্যক্তিৰ উন্নতিৰ চেষ্টাও নিহিত আৰু কাজেই সমাজৰ ভালৰ বাবে যত্নপৰ হোৱাৰ মূল উদ্দেশ্য অনুগ্ৰহ প্ৰদৰ্শন বা প্ৰশংসা লাভ নহয়, আত্ম-ৰক্ষা আৰু কৰ্ত্তব্যপালনহে। আকৌ গাইগুটীয়া চিন্তা যিমানেই উচ্চ বিধৰ নহওক মাত্ৰ একজনতেই সীমাবদ্ধ হৈ থাকেমানে তেনেই মূল্যহীন আৰু নিষ্ক্ৰিয়, যেতিয়া দহজনৰ হৈ পৰে তেতিয়াহে সি আচল সক্ৰিয় ৰূপ লবলৈ পাৰগ হয়। সমাজৰ বুকুত চলা অন্যায়-অত্যাচাৰৰ পৰা উদ্ৰেক হোৱা চিন্তা মাত্ৰ একজনৰ মাজেদি মূৰ্ত্ত হৈ উঠিলেও প্ৰকৃততে সি দহজনৰেই; এদিন নহয় এদিন দহজনৰ হৈ সি সক্ৰিয় ৰূপ ল'বই।

অজিতে যি কৰিছিল সি কৰ্ত্তব্যবোধৰপৰাহে, প্ৰেমতো লাভ কৰিবলৈকে নহয়।

কণিকাই অজিতৰ চিন্তাৰ গভীৰতা হৃদয়ঙ্গম কৰিব নোৱাৰিলেও তাৰ আন্তৰিকতাৰ গম পায়। সেয়েই যেন আছিল তাইৰ শূন্য জীৱনৰ সম্বল।

১৩

ভালেমান দিনলৈকে কণিকাই ঘৰৰ ভিতৰতে সীমাবদ্ধ হৈ থাকিলেও লাহে লাহে তাইৰ লাজৰ ভাব আঁতৰি যায়। তাইৰ সমুখত যি কৰ্ত্তব্যৰ বাট মুকলি হ'ল সেয়ে তাইক ঘৰৰ চৌহদৰ পৰা বাহিৰলৈ টানিলে। তাই এতিয়া অ'লৈ ত'লৈ যায়, নিজৰ আৰু ওচৰৰ গাওঁৰ তিৰুতা সকলেৰে সৈতে বিবিধ বিষয়ে কথা-বতৰা পাতে আৰু তেওঁলোকৰ পাৰিবাৰিক আৰু সামাজিক অৱস্থা সম্পৰ্কে অনুসন্ধান লয়। বহুতৰে পৰা চেনেহ আৰু শ্ৰদ্ধা পোৱাৰ মাজতো কোনো কোনো ঠাইত কণিকাৰ ভাগ্যত অপমানো নিমিলা

নহয়। তাই পায় যে কোনো কোনোৱে তাইলৈ কেৰাহিকৈ চাই ঘৃণা প্ৰকাশ কৰে; কোনোৱে বা আকৌ তাইৰ কথাত ভেকাহি মাৰি পিছমুখ দিয়ে বা উঁচাট মাৰি গুচি যায় যেন তাইৰ পৰা ভাল একো হবই নোৱাৰে। এই ইঙ্গিতৰ অৰ্থ তাই বুজে, বুজিও সহ্য কৰে। তথাপি বাছি লোৱা বাট তাই নেৰে।

খুৰাক কল্পনাথৰ ঘৰলৈকেও কণিকা এদিন আহিল, খুৰাক-খুৰীয়েকৰ পূৰ্ব্ব মনোভাৱৰ কিবা সলনি হোৱা বুলি যে তাই অনুমান কৰে তেনে নহয়। হলেও তাই আহিল যেন এই ঘৰৰ সৈতে তাইৰ কোনো স্মৃতিয়েই জড়িত নাই। কতদিন খুৰীয়েক পুণ্যেশ্বৰীয়ে কণিকাক বাটেদি যোৱা দেখিবলৈ পাইছে, তাইক দেখি অন্যৰ আগত তাইৰ বিষয়ে অকথ্য কথাৰ অৱতাৰণা কৰিছে, তথাপি তাইক ভুলতেও মাত এষাৰি দিবলৈ কেতিয়াও আৱশ্যক অনুভৱ কৰা নাই। আজি কিন্তু কণিকাই পদূলিয়েদি অকলে সোমাই অহা দেখিবলৈ পাই তেওঁ অলপ কেনেবা কেনেবা যেন পালে। অন্তৰত বিহ সাঁচিও মুখেদি মৌ বৰষিব পৰা পুণ্যেশ্বৰীয়ে ততা-তৈয়াকৈ আগবাঢ়ি আহি আহ আই বুলি তাইক আদৰিলে। পিৰালিতে সৰু ঢাৰি এখন পাৰি দি

পুণ্যেশ্বৰীয়ে কণিকাৰ প্ৰায় আগেই আগুৰিলে, ধাৰণা— যিহে তেজৰ ভমক্ কিজানিবা পোনে পোনে ঘৰ সোমাই আকৌ এক অঘটনকেই ঘটায় ! কণিকাই চাবি খনতেই বহিল। সেই সময়ত কল্পনাথ ঘৰত নাছিল।

পুণ্যেশ্বৰীয়ে ক'লে,—হওক আই, তেও এবাৰ আহিবলৈ পাৰিছ। চকুৰ আগতে থাক, পিছে এনেহে ঈশ্বৰৰ ইচ্ছা, তেও এবাৰ নিজৰ বুলিও মিলিব মোৰাবোঁ। কি কৰিবি, সকলো বিধিৰ লিখন ! অকল তয়েই লাজ পোৱা নহয়, আই, নাক-খাৰ আমাৰো খোৱা নাই।

কণিকাই খুৰীয়েকৰ পৰা শেষ পৰ্য্যন্ত ভাল ব্যৱহাৰ আশাকৰা নাছিল হয়; কিন্তু আৰম্ভণিতে পৰা যে তেওঁ এনেকৈ আওভাৱে কথা কব পাৰিব তাকেহে ভাবিব পৰা নাছিল। হলেও পুণ্যেশ্বৰীৰ বচনত কণিকাৰ চকুলৈ আজি পানী নাহিল। তেওঁৰ কথাত তাই বহুবাৰ কান্দিছে আৰু যেন তাইৰ কান্দিবলৈ বাকী নাছিল। তদুপৰিও তাইৰ অভিজ্ঞতাৰ সন্নিধান যে চকুপানীয়ে কোমলাৰ পৰা অন্তৰ পুণ্যেশ্বৰীৰ নহয়। পুণ্যেশ্বৰীৰ কথা যেন তাইৰ কাণত সোমোৱাহে নাই এনেভাৱে কণিকাই সুধিলে,—খুৰাদেউ ক'বলৈ গলাই

গ'ল হবলা ?

—ঘৰত থাকিবলৈ পাৰিলেহে থাকিব। নলগা তামোলত জেং বান্ধিবলৈ গ'লে এনে দশাই হয়। লেঠা-পেঠা নোহোৱাকৈ আছিল, ভালেই আছিল; কিন্তু কি কুগ্ৰহে পালে, ল'লে তহঁতৰ ভাৰ। তেতিয়াৰেপৰা যি চিন্তা ভাবনাত পৰিল সি আৰু শেষ পোৱাহি নাই। তহঁতে এশিকনি দি যেনিবা গ'লি, কিন্তু চিন্তা নগ'ল। যাওক চাবি বেছিহে হ'ল। কবলৈকেও বেয়া লাগে, নকলেও নহয়, পিতেৰাই কনকৰ যি কৰি গৈছে, গৈছে আৰু।

শাসন নোহোৱা কথাৰ মাজলৈ খুৰীয়েকে স্বৰ্গীয় পিতাককো টানি অনা দেখি কণিকাই ক'লে,—দয়া কৰক, পিতাৰ নাম নলব। যি কবলৈ ইচ্ছা হয় মোকেই কওক; মই নীৰৱে সকলো সহিম।

কণিকাই অনুভৱ কৰা বেদনাত পুণ্যেশ্বৰীৰ উৎসাহ বাঢ়ে। তেওঁ কয়,—বেয়া পালে কি হব, আই। আমি কিবা নোহোৱা কথা কবলৈ গৈছো নে ? আমাৰ কাণ্ডজ্ঞান এৰিছোৱেই, যি কৰিছিল, কৰিছিল; কিন্তু তিনিটা নাবালক পুতেককো যে মূৰত কোবাই মাৰি থৈ গ'ল। যিবোৰ হে জেঙা-জুঁট লগাই থৈ গৈছে,

কিবা লাম-লাকটি একেৰিও ৰক্ষা পৰিলেহে পৰা। পিছে আকৌ কেতিয়াবা দোষাৰোপ কৰিবি নহয়, সেই গুণেহে উলিয়াই থলোঁ।

কণিকাই সম্পত্তিৰ বিষয়ে চিন্তা কৰিবলৈ এৰিয়েই দিছিল। তেনে চিন্তাবপৰা তাই অশান্তিহে ভোগ কৰে, লাভ একো দেখিবলৈ নাপায়। কোনোবাই সহানুভূতিৰ বশৱৰ্ত্তী হৈ সেইবিষয়ে কিবা উলিয়ালেও তাই তাক তল পেলাই অন্য কথাহে পাতে। খুৰী-য়েকৰ কথাত তাই বৰ অশান্তি পালে আৰু ক'লে,—সেইবিষয়ে একো নুলিয়ালেও হয়, খুৰীদেউ। আপোনা-লোকে যি ভাল দেখে তাকেই কৰিব। আপোনা লোকেনো নিঃসহায় প্ৰাণী কনকৰ কিবা অন্যায় চিন্তিব নে? মই সেই বিষয়ে আপোনালোকৰ ওচৰত একো দাবী কৰিব অহা নাই নহয়।

—দাবী কৰিবলৈ তোৰ কিবা এক্তিয়াৰ থাকিলেহে কৰিবি। তাক কোৱা নাই, আই। কেৱল কৈছোঁ, খুৰায়েৰাই মিছাতে লাংলোডিঙি হৈ মৰিব লগাত পৰিল। তেও হওক, কনকক যদি ইয়াতে এৰি থৈছেঁ হেতেন। তাৰ মুখলৈকে চাই অইনে কিবাকিবি অলপ-অচৰপ-বুজা কৰিলেই হয়। তাৰো ৰাউ মাৰিছে। তথাপি কিবা কৈ

কৰি নাচাবনে? চাব। পিছে, ফল কি হয় কোনে জানে?

কণিকাৰ ৰব বেয়া লাগিল। তাই খুৰীয়েকৰ কথাত যোগ নিদি সুধিলে,—গিৰিজা এতিয়া পঢ়াশালিলৈ যায়-নে?

গিৰিজা পুণ্যেশ্বৰীৰ আঠ-ন বছৰীয়া জীয়েক।

পুণ্যেশ্বৰীয়ে ক'লে,— নালাগে, আই! ছোৱালী হৈ জন্মিছে যেতিয়া পঢ়াশালিলৈ গৈ কিনো নিধি উপজাব? ক'ত হাকিম-উকীল হবগৈ? লিখা-পঢ়া শিকি তইঁতে যি কৰিছ এই চকুৰে নেদেখিলোঁনে?

খুৰীয়েকৰ প্ৰত্যেকটি কথাৰে যথাৰীতি শুং থাকিলেও কোনোটিয়েই আগৰদৰে কণিকাক বিন্ধিব পৰা নাছিল; তাইৰ ছাল এতিয়া আগতকৈ ভালেমানে ডাঠ। মাথোন তেওঁৰ কথাৰ মাজেদি প্ৰকাশ পোৱা মানৱ প্ৰকৃতিৰ জঘন্য ফালটোৱে তাইৰ অন্তৰ্নিহিত মানৱতাক একো একোবাৰ আঘাত কৰিছিল। খুৰীয়েকলৈ ভয় কৰিবৰ তাইৰ একো নাছিল, তেওঁৰ প্ৰত্যেকটি কথাৰে উপযুক্ত উত্তৰো তাই দিব পাৰে, কিন্তু বহুদিন ধৰি গঢ় লোৱা তেওঁৰ প্ৰকৃতি অকল যুক্তি-তৰ্কৰ হেচাতেই লৰিব বুলি তাই নাভাবে। খুৰীয়েকেৰে সৈতে সমানে কথা চলা-

বলৈ তাইৰ প্ৰবৃত্তি নহয়। খুৰীয়েকলৈ চাই তেওঁ তাই এবাৰ ক'লে,—অকল বেয়াফাললৈকে চকু নিদি ভালৰ পিনেও এবাৰ চাওক। মানুহক উপযুক্ত জীৱন যাপনৰ বাবে উপযোগী কৰিবলৈকেহে শিক্ষাৰ ব্যৱস্থা। ভাবি চাওকচোন শিক্ষাৰ অভাৱত আজি আমাৰ কি অৱস্থা! এটা ভুল ধাৰণাকে সদায় আকোৱালি ধৰি ব'লে আমি সুফল পাম কেনেকৈ?

পুণোশ্বৰীয়ে মাত দিলে,—হৈছে, হৈছে আৰু ঠাই নাই। সকলো শুনিছোঁ, আই, সকলো শুনিছোঁ। এইবোৰ সেই ভাহি ফুৰা সকলৰ আগত কবি গৈ। আমাৰ মনত তেনে কথাই সাঁচ বহুৱাব নোৱাৰে। ভাবি চাচোন, এক অজিতে কি কৰিবলৈ ধৰিছে। বাহিৰত মুখ ফুটাই নকলেও আচল কথা বুজিবই পাৰিছ। আজি তাকেই ভাল বুলি লৈ সৰ্ব্বনাশৰ ফালে গৈছ হয়; কিন্তু এদিন তাৰ বাবে অনুতাপ কৰিবি। যাৰ যি স্বভাৱ সি তাক এৰিব নোৱাৰে। চাই থাকচোন আৰু কত জনীৰেই অজিতৰ পৰা সৰ্ব্বনাশ হয়! আমিও চকু জপাই নাথাকোঁ, আই! আকৌ চা—এই যে ডেকা লৰাবোৰ অজিতৰ ওচৰলৈ আহে—কিয়? সিহঁতে সমাজৰ কি ভালবেয়া বুজে? কব নোৱাৰোঁ, সকলোকে জালত

পেলাই কি যে কব। ধৰ্ম্ম-কৰ্ম্ম, জাতি-কুল একেবাৰেই নবয় যেন পাইছোঁ। নষব আৰু কিয়? পিছে যাৰ মৰণ, তাৰ মৰণ; শেষ কলৰপৰা কোনেও কক্ষা পৰিব নোৱাৰে।

কণিকাই কি কব কি নকব ভাবি থাকোঁতেই কমলা ওলালহি। কমলাই পুণ্যেশ্বৰী আৰু কণিকালৈ চাই তপৰাই কৈ উঠিল,—আজি দেখোন কি আচৰিত? এৰা, সেয়েইতো। বাহিৰত মানুহে এনেয়েই হে কয়; নহলেনো নিৰলে এইদৰে কথা চলিব পাৰেনে?

কমলাক থমাবৈলৈকে কণিকাই ক'লে,—গিৰিজাক লিখা-পঢ়া শিকোৱা বিষয়ে খুৰীদেউৰ লগত কথা-বতৰা পাতিছোঁ।

কমলাই ডুষ্টালিৰে কয়,—খুৰীদেৱে নিশ্চয় কৈছে, তেনে কথা হবই নোৱাৰে। ছোৱালীৰ আকৌ শিক্ষা কেলেই? লিখা-পঢ়া শিকিলে ছোৱালীৰ জাত উলটিব, স্বভাব-চৰিত্ৰ নষ্ট হব, ইত্যাদি। নহয় জানো?

কমলাৰ কথাত কণিকাই নাহাঁহি নোৱাৰিলে। পুণ্যেশ্বৰীৰ খং উঠিল। কমলালৈ চাই তেওঁ ক'লে,—যি বাৰ্দ্ধি খোজ লৈছ, তোমাৰো আৰু সৰহ দিন নাই। বয়সৰ জোখ হ'ল বুলিনো ইমান দুৰলৈকেও যাব লাগেনে? যি হে

হাঁহি খিকিন্দালি, তেজ উলটি আহিব খোজে।

কমলাই সচৰাচৰ কথা কোৱাত কাৰো মুখলৈকে নাচাইছিল। ভাল পাওক, বেয়া পাওক, তাই যিহকে উচিত বুলি ভাবে তাকে কৈ পেলায়। তাই সুধিলে,—বাক খুৰীদেউ, অইনৰ দোষ খুচৰাত আপোনাৰ ইমান আনন্দ কিয়? অইনক ভাল বুলিলে আপুনি নিজক বেয়া বোলা হয় যেন পায়, নহয় নে? আপোনাৰ অভি-সম্পাত অইনৰ গাত লগা হ'লে সৃষ্টি যে কেতিয়াবাই লয় পালেহেঁতেন, নালাগে বুলিছে। কথাই কথাই মুখত যি আহে তাকে আওৰালে মানুহে তালৈ কেৰেপ কৰিব কিয়? সকলোৱেনো বাক আপোনাৰ দৰে হব পাৰেনে?

পুণ্যেশ্বৰীয়ে ইমান পৰে হেপাহ পলুৱাই কণিকাক কথা শুনাবলৈ পোৱাত যি আনন্দ তাক গৰ্ব্ব অনুভৱ কৰিছিল কমলাৰ কথাত সি যেন আক নাইকীয়া হৈ গ'ল! তেওঁ জ্বলি-পকি উঠি শাসনৰ সুৰেৰে কবলৈ ধৰিলে—চাই চিতি কথা কৰি। দুখীয়া দুৰ্ভগীয়া বুলি সকলোৱে চেনেহ কৰা যেন পাইছ হবলা? ইমানলৈ সুধাবিচোন। তোৰদৰে প্ৰাণী এটা পৰি যোৱাতনো কিমান পৰ লাগিছে? ঘূণে ধৰা কপত বলিয়া হৈ হাঁসি খৰি ফুৰিছ হয়, পিছে সেয়েই কাল হবগৈ। ভাল চাইছ

যদি মুখ সামৰি চলিবি। গোটেই জীৱনটো ডেই-পুৰি মৰিবলৈকে দিহা কৰ কিয়?

কমলায়ো নেৰে। তাই কৈ গ'ল,—মই কণিকা বাইদেউ নহয় যে আপুনি যি কয় তাকে একো নমতাকৈ শুনি যাম। এইদৰেইতো আপোনালোক বাটি গৈছে। অন্যায় কৰিবলৈ সুবিধা পালে আপোনা-লোকে যে তাক এৰি নিদিয়ে, সি জনা কথা। মানুহৰ উপকাৰ আপোনালোকে জীৱনত কৰি পোৱা নাই। দুখীয়াৰ মুখত গৰাহ তুলি আপোনালোকে নিদিয়ে, কোনোবাৰ মুখত গৰাহ পৰা যেন পালে তাক কাঢ়ি লবলৈকেহে আপোনালোকৰ চেষ্টা। নাভাবিব যে আপোনালোকৰ বাবেহে সংসাৰখন ৰক্ষা পৰি আছে, আচলতে আপোনালোক থকা সত্ত্বেওহে ই চলি আছে।

কণিকাৰ বৰ উচ্‌পিচ লাগিল। তাৰ পৰা কোনোমতে আঁতৰিব পাৰিলেহে যেন তাই ৰক্ষা পৰে। তাই থিয় হৈ খুৰীয়েকলৈ চাই ক'লে,—এতিয়া যাওঁ হে, খুৰীদেউ! আজি বহুদিন এইমুখ হোৱা নাই গুণেহে আহিছিলোঁ। আপোনাকনো আৰু কি ক'ম? পাৰিলে আগৰ কথাবোৰ পাহৰি পেলাওক। আৰু যদি লৰা-ছোৱালীক পিছ নপৰাকৈ ৰাখিব খোজে

তেন্তে সিহঁতক সংসাৰৰ লগতে চলিবলৈ দিহা কৰি দিব। কমলাৰ কথাবোৰ অন্তৰত লাগিবলৈ নিদিয়ে যেন। তাইৰ কথা-বতৰাই তেনে ধৰণৰ। বুজেই বা কি যে আপোনালোকৰ আগত মাত মাতিব?

পুণ্যেশ্বৰীৰ অৱস্থা দেখি কমলাৰ বেয়া লাগিল। তাই ক'লে,—মোক ক্ষমা কৰিব, খুৰীদেউ! আপোনাৰ আগত যে এনেকৈ কথা কবলৈ পৰিছোঁ। তাৰপৰাই বুজি লবচোন কিমান মৰম-বেথা আপোনালোকৰপৰা পাওঁ। আপোনালোক বুলিহে এইদৰে ওচৰ চাপোঁ, অইনৰ কাষলৈ নাযাওঁৱেই নহয়।

পুণ্যেশ্বৰীয়ে তেও অলপ সকাহ পালে। কণিকালৈ চাই তেওঁ ক'লে,—কথাই কথাই পাহৰিয়েই আছিলোঁ। অলপ বহ, আই, এডোখৰ তামোলকে খাই যা।

কণিকাই নালাগে বুলি কৈ কমলাৰে সৈতে ওলাই গ'ল। পুণ্যেশ্বৰীযে অলপ সময় সেইপিনে চাই থাকি এক কেনেবা ধৰণৰ মুখভঙ্গীৰে উচাট মাৰি ঘৰ সোমালগৈ।

কণিকা ঘৰলৈ আহিল; লগত কমলা। দুয়ো ঘৰ সোমাই কথা পাতিবলৈ ধৰিলে। কমলাৰ বৰ আনন্দ, তাই আজি পুণ্যেশ্বৰীক দুকথা শুনাই দিবলৈ পাৰিছে।

কণিকাই ক'লে,—হলেও ইমানখিনি কৈ পেলোৱা ভাল হোৱা নাই, কমলা। ভাবি চোৱাচোন খুৰীদেৱে কি অৱস্থাত পৰিছিল। মোৰ হ'লে এইদৰে অপ্ৰিয় কথা কবলৈ সাধ্য নাই। দোষেই বা কি দিবা? চিৰদিন এইদৰে চলি আছে আছেই, সতকাই তাক এৰি দিয়ে কেনেকৈ ?

কমলাই কলে,—অপ্ৰিয় হব পাৰে, কিন্তু মিছা কথাতো আৰু কোৱা নাই? মই এই অতপালি থন সহিব নোৱাৰেঁ।। এইদৰেহে যদি এওঁলোকৰ শিক্ষা হয়। পিছে, বুঢ়া শালিকাই কেতিয়াবা মাত ধৰিব তেনে আশা অৱশ্যে মিছা।

কণিকাই হাঁহি মাৰি ঘৰৰ পৰা ওলাই গ'ল। অলপ পিছতে কনকে এখন চিঠি কমলাৰ হাতত দি ক'লে,—অজিত দাদাই দিছে।

কমলাই কনকৰ ফালে পিঠি দি চিঠিখন মেলি চালে। চিঠিৰ তলৰ নামটোত চকু পৰাৰ লগে লগে তাইৰ মুখৰ চেহেৰা সলনি হৈ গ'ল। চিঠিখন তেতিয়াই পঢ়িবলৈ তাইৰ আৰু ধৈৰ্য্য নাথাকিল। কেনেকৈ তাৰপৰা আতৰি যায় তাৰেহে তাই উপায় পাতিবলৈ ধৰিলে। তাই ততাতৈয়াকৈ কনকৰ হাত দুখনত ধৰি

মৰমেৰে ক'লে,—কনক ভাইটি! চিঠিৰ কথা বাইদেউৰ আগত খুলিয়াবি নেই?

হেন সময়তে হাতত কিবা কাপোৰ এড়োখৰ লৈ কণিকা ঘৰ সোমালহি। কণিকাক অহা দেখিয়েই কমলাই ক'লে,—মই এতিয়া যাওঁ বাইদেউ। পাৰিলে পিছত এবাৰ আহিম।

কণিকাই ক'লে,—ৰহিছা অলপ বহাচোন। কথা কৈ কৈ ফুল বাছিম বুলি যে কাপোৰখনো আনিলোঁ; ঘৰলৈ গৈ নো কি কৰিবা? অলপ পলম হয় হবচোন।

কমলা বৰ বিমোৰত পৰিল। লাজতে তাইৰ গাল-মুখ ৰঙা পৰি উঠিছিল। তাই ক'লে,—নহয়, বাইদেউ! মই বৰ নোৱাৰোঁ, বিশেষ কাম আছে। এতিয়া আহিলোঁহে।

যোৱাৰ আগতে কমলাই কনকৰ মুখলৈ এবাৰ চায় আৰু কনকেও কমলাৰ ফালে চাই অলপ হাঁহে। কনকৰ সেই হাঁহিতেই তাই যদি যোৱা যেন পায় আৰু কোনোফাললৈকে নাচাই চকুমুদি যোৱাৰ দৰে ওলাই যায়।

কণিকা অলপ আচৰিত হ'ল। কনকৰ ফালে চাই তাই সুধিলে,—কমলা এনেকৈ গুচি গ'ল কিয়, কনক? তই

কিবা কলি হবলা ?

কনকে উত্তৰ দিলে,—মই একো কোৱা নাই, কেৱল চিঠিহে দিছোঁ।

—চিঠি ? কোনে চিঠি দিছিল ?

—অজিত দাদাই।

—কাক দিছিল ?

—কমলা বাইদেউক।

—তোৰ হাততেই দিছিল হবলা ?

—মোৰ হাততেই দিছিল।

—কমলাক দিবলৈকে নহয় নে ?

—হয়।

কণিকাই গম্ভীৰ হৈ ক'লে,—চিঠি আৰু কি দিব, এনেয়ে কিবা কাগজ দিছিল হবলা ? তই তাকেই চিঠি বুলি ভাবিছ। বাৰু এতিয়া তই যাগৈ, মই অলপ কিবাকিবি কামকেই কৰোঁ।

কনক ওলাই গ'ল। কণিকাৰ নিজৰ ভিতৰতে নানা তৰ্ক-বিতৰ্ক উঠিবলৈ ধৰিলে—আজি ইমান দিন তাই অজিতৰ লগত আছে; কিন্তু তাৰ এনেকুৱা কিবা ভাব থাকিব পাৰে বুলিতো ধৰিব পৰা নাই। যি জন মানুহ সদায় কাম আৰু কামতেই ব্যস্ত তাৰনো এই-

বোৰ বিষয়ে ভাৱিবলৈ আহৰি ক'ত? কিন্তু কনকৰ কথাও যে মিছা হ'ব নোৱাৰে। অৱশ্যে অজিতে কমলালৈ চিঠি লিখা যে কিবা আচৰিত কথা সিও নহয়, আৱশ্যক হলে লিখিবও পাৰে। কিন্তু চিঠি পোৱাত কমলাৰ এনে অৱস্থা হ'ল কিয়? তাই যেন লাজতে মূছ-কঁছ গৈছিল। আৰু কমলা ইয়ালৈকে আহিছিলেই যেতিয়া কিবা কৰলগীয়া থাকিলে অজিতে তাইক মাতি নিও কৰলৈ পাৰিলেহেঁতেন।

কণিকাই একোকে থিৰ কৰিব নোৱাৰা হয়। তাইৰ মনত পৰে অলপ আগতে খুৰীয়েক পুণ্যেশ্বৰীয়ে কোৱা কথাবোৰ। পুণ্যেশ্বৰীয়ে যেতিয়া অজিত আৰু তাইৰ কথা উনুকিয়াইছিল তাৰ আঁৰত এক কুৎচিৎ ইঙ্গিত থাকিলেও কণিকাই একো প্ৰতিবাদ কৰা নাছিল। অজিতৰ লগত তাইক জুৰি কোনোবাই কিবা ক'লে বেয়া পাব লাগে বুলি ভাবেই নহয়। সঁচাকৈয়ে যদি সিদিনা অজিতেই তাইৰ ঘৰ সোমাইছিল বুলি এদিন ওলায় তাইৰ যে মনৰ গতি কিৰূপ হ'ব সেই বিষয়ে চিন্তা কৰিও একো একোবাৰ তাই অস্থিৰ হৈ উঠিছিল। ইয়াৰ কাৰণ আজিলৈকে অজিতৰ অন্তৰৰ লগত হোৱা তাইৰ পৰিচয়েই নে তাইৰ অন্তৰৰ দুৰ্ব্বলতাই তাই

নিজেও কব নোৱাৰে। পুণ্যেশ্বৰীয়ে কৈছিল, অজিতৰ পৰা বহুজনীৰেই সৰ্ব্বনাশ হব,। তাই নিজেও দেখিলে অজিতে কমলালৈ চিঠি দিয়ে। তেন্তে কি খুৰীয়েৰৰ কথাই সঁচা? নে তাইৰ নিজৰেই ভুল? তাই নিজৰ মনটোক সংযত কৰিবলৈ চেষ্টা কৰে।

কমলাই ঘৰলৈ গৈ চিঠিখন পঢ়ি চালে। তাইৰ যেন আজি লাজৰ সীমা নাই। তাই ভাবে যেন গোটেই সংসাৰখনেই তাই চিঠি পোৱা কথা বুজি পেলাইছে। কমলাই জানিছিল যে অজিতে তাইৰ ভালকে কামনা কৰে; হলেও, এতিয়া তাইৰ বিষয়ে তাৰ অন্যৰূপ ধাৰণা হোৱা বুলিয়েই তাই ধৰি লয়। অজিতে বা কি ভাবিছে? এতিয়া তাৰ আগত তাই মুখ উলিয়ায় কেনেকৈ? কণিকাইনো এইবিষয়ে নজনাকৈ আছেনে? ভাগ্যে সেই সময়ত কণিকা তাত নাছিল। থাকিলে তাইৰ যে কি অৱস্থা হ'লহেঁতেন। অজিত আৰু কণিকাক তাই ভাল পায়। গাওঁৰ মানুহে সিহঁতৰ ওচৰ চাপিবলৈ তাইক হাক দিলেও তাই তাক শুনা নাই; কিন্তু এতিয়াৰপৰা যেন তাইৰ আৰু সেই বাট মৰিল। লগে লগে কমলাৰ চিন্তা হয় নিজৰ ভৱিষ্যৎ সম্পৰ্কে। নিজৰ বিষয়ে তাই কমেই

ভাবিছিল, কিন্তু চিঠিত প্ৰকাশ পোৱা উদ্বিগ্নতাই তাইক সেই বিষয়ে চিন্তাত পেলায়। ইমানদিনে সংসাৰখনক তাই সহজ-সৰল ভাবেই ধৰি লৈ আছিল আৰু কাজেই তাৰ কঠোৰতাৰ লগত পৰিচয় হবলৈকে তাইৰ আজি যথেষ্ট শঙ্কা হয়। হলেও সংসাৰ-চক্ৰৰ আৱৰ্ত্তনৰ হাত সাৰিবলৈ কাৰো উপায় নাই।

(১৪)

এতিয়া আৰু অজিতে আগৰদৰে ঘৰৰ কাম চলোৱাত মন দিব নালাগে। নিজৰ ঘৰ বুলি কণিকায়েই সকলো কামকে পাৰিপাৰ্য্যমানে চলায়। অজিতে বেছি ভাগ বাহিৰতেই ঘূৰে। ৰক্ষণশীলতাৰ কঠোৰ বাধাৰ মাজতো কোনো কোনো ঠাইৰ পৰা কম-বেছি পৰিমাণে সি তাৰ কৰ্ম্মপন্থাৰ সমৰ্থন পাবলৈ ধৰে। ক্ৰমে তাৰ উৎসাহ বাঢ়ি যায়; বিশ্বাস হয় কামত অকৃত্ৰিম আস্থা থাকিলে হাতিয়াৰৰ অভাৱত সি পৰি

নাথাকে। অন্তৰেৰে সৈতে সি কামনা কৰে যেন তাৰ চাৰিওফালৰ 'সমাজৰ দোষ আৰু ঘাটিৰ সুযোগ লৈ সি কোনো দিনে নিজৰ বা আপোনজনৰ পৰিপুষ্টি সাধন কৰিবলৈ নিবিচাৰে, যেন অসাৰ প্ৰতিপত্তিৰ গৰ্ব্বত মহত্তী সেৱাৰ সৌন্দৰ্য্য সি নষ্ট পাবলৈ নিদিয়ে। জগতত অভাৱ কৰ্ম্মীৰ, কামৰ অভাৱ নাই। অজিতৰো কামৰ অভাৱ নাছিল।

কণিকাই অজিতৰ সুবিধা অসুবিধালৈ বিশেষ চকু দিয়ে। তাৰ খোৱা-লোৱাৰ দিহা কৰা, কাপোৰ-কানি নিকা কৰা, বস্ত্ৰ-বেহানি, কাগজ পত্ৰ পৰিপাটিকৈ ৰখা সকলো কামেৰে ভাৰ কণিকাই নিজ হাতত লয়। কোনো কামতে অজিত আড়ম্বৰৰ পক্ষপাতী নাছিল। সেই বুলিয়েই কণিকাই ধৰি নলয় যে তাৰ আড়ম্বৰহীন-তাৰ সমুখত তাৰ বাবে কৰা সকলো কামেই নিৰৰ্থক। অজিতৰ প্ৰতি অকল ব্যক্তিগত কৃতজ্ঞতাৰ অনুপ্ৰেৰণাত হে যে তাই নিজকে তাৰ কামত লগাবলৈ বিচাৰে তেনে নহয়, তাতকৈও তাক অধ্যয়ন কৰিবলৈ পোৱা সুযোগৰপৰা সৃষ্ট কেৱল অনুভৱনীয় আন কিবা এটিৰ আকৰ্ষণেও তাইক তালৈ উদগায়।

দহৰ আৰু সমাজৰ কামলৈ মানুহৰ অনুৰাগ

বঢ়াৰ অনুপাতে নিজৰ সুখ-স্বাচ্ছন্দ্যৰ প্ৰতি মনোযোগ কমি যায়। অজিতেও তাৰ সকলো গাইগুটীয়া প্ৰয়োজনকে অপৰিহাৰ্য্য নিম্নতমলৈকে কোচাই লব খোজে যেন কোনো অৱস্থাতেই সি অসুখী হব লগীয়া নহয়। কণিকাই কিন্তু অজিতক যেনে তেনেকৈ এৰিবলৈ টান পায়। সি নিজৰ সুখ-সুবিধাৰ প্ৰতি অমনোযোগী হ'ল বুলিয়েই তায়ো সেইবিষয়ে মনোযোগ নিদিব তাক যেন তাই ভাবিবকে নোৱাৰে। কণিকাই অজিতৰ আইতাকৰ পৰামৰ্শ লৈ ঘৰৰ কাম চলায়, মানুহ-দুনুহ আহিলে শোধ-পোচ কৰে। প্ৰয়োজন হ'লে তাই কেতিয়াবা বাহিৰতো ঘূৰে। এই সকলোবোৰৰ মাজতো তাই অজিতৰ সুবিধাৰ বাবে কাম কৰিবলৈ সময়ৰ নাটনিত নপৰে। তাইৰ গতি-বিধিৰ প্ৰতি অজিতৰ যে লক্ষ্য নাই তেনে নহয়।

এদিন অজিতে কণিকাক কয়,—কণিকা, তোমাৰ দেখিছোঁ আহৰি নায়েই।

কণিকাই ক'লে,—এৰা, যিমানহে কাম তাৰ মাজত আৰু আহৰি ক'ত? আপোনাৰো দেখিছোঁ চকু কম নহয়।

অজিতে হাঁহি ক'লে,—চকু নহয়, যেনিবা আমলখুহে। নহয় নে?

কণিকাই হাঁহি সামৰিব নোৱাৰিলে।

অজিতে গম্ভীৰ হৈ সোধে,—কণিকা, তুমিএজনৰ বাবে এনেকৈ কাম কৰিব লাগে কিয় ?

কণিকাই যেতিয়া যি কৰিছিল আনন্দ চিত্তেই কৰিছিল। কামৰ মাজত তাইৰ দুখ বা বেজাৰৰ ভাব লক্ষ্য কৰি অজিতে এনে প্ৰশ্ন কৰা বুলি তাই ভাবিব নোৱাৰে। তাই অনুমান কৰে যে ই তাইৰ প্ৰতি বেথাপূৰ হৃদয় এখনৰহে প্ৰশ্ন। তাই কৈ পেলালে,—অইন একো নহলেও অন্ততঃ যি ভাবৰ পৰা আপুনি এই কথা সুধিছে কামলৈ উদগনি দিয়াত তাৰ হাত আছেই।

কোনোবা কালৰপৰা হঠাতে অগা এচাটি বতাহৰ পৰশহে যেন অজিতে অনুভৱ কৰিলে, সি যেন দাৰুণ নিদাঘত জুৰ পালে। অকল সেয়েই নহয়, তাৰ মৃদু আলোড়নে তাৰ অন্তৰখনো যেন নচুৱাই তুলিলে। তাৰ বিবেচনা হ'ল সি যেন আৰু এই পৃথিবীত নাই, কোনোবা সপোন-ৰাজ্যতহে যেন হাস্ত-ভৰি এৰি দি ভাহি ফুৰিছে। অইনৰ বাবে অনুভৱ কৰিবলৈ তাৰ অন্তৰ এখনি আছিল যেতিয়া সি যে অইনৰপৰা মৰম-চেনেহ পোৱা নাছিল এনে নহয়। হলেও তাৰ ধাৰণা হ'ল যেন তাতোকৈ মানুহৰ পাবলগীয়া, অনুভৱ

কৰিবলগীয়া আছে। ই তাৰপক্ষে একপ্ৰকাৰ নতুন অভিজ্ঞতাই। জগতখনকে সি পোৱা বুলি ধৰিছে হয়, কিন্তু তথাপি আপোন বুলিবলৈ যে কাকো পোৱা নাই।

অজিতক নিৰ্ব্বাক দেখি কণিকাৰ যেন চেতন হ'ল। তাই নিজকে পাহৰি অজিতৰ প্ৰশ্নৰ যি উত্তৰ দিলে তাত সি আচৰিত হোৱা বুলিয়েই তাইৰ ধাৰণা হয়। তাইৰ লাজ লাগে—হয়তো অজিতে তাইৰ ভিতৰত দুৰ্ব্বলতাও বিচাৰি পালে। কণিকাৰ দুখ, তাই অজিতক বুজিও যেন বুজিব পৰা নাই। নহলে তাৰ ফালৰপৰা তাই যি আশা কৰে তাক নাপায় কিয়? লগে লগে তাইৰ মনত পৰে কমলাই পোৱা চিঠিৰ কথা। অন্তৰ তাইৰ হাহাকাৰ কৰি উঠে। তাই বিধৱা, তেন্তে এনেবোৰ চিন্তাই তাইৰ মনত ঠাই পায় কিয়? ই দুৰ্ব্বলতা নে বয়সৰ দোষ? তাই যুৱতী হ'ল বুলিয়েই অইনৰ বাবে চিন্তা কৰিবও নোৱাৰেনে? একোকে তাই থিৰ কৰিব নোৱাৰা হয়। অজিতলৈ চাই তাই সুধেৰে ক'লে,—বহি কাল কটোৱাতকৈ যি পাৰোঁ কৰিছোঁ। আৰু কুটাডাল ত'ত নোথোৱাকৈ নো থওঁ কেনেকৈ? কৰ্ত্তব্য বুলিও এটা কথা আছে। আপুনি সহিব নোৱাৰা হয় কিয়?

অজিতৰ সকলো ভাব নিমিষতে লয় হৈ গ'ল। তাৰ ধাৰণা হ'ল যেন জুৰ বতাহ চাটিও তাৰ পৰশত উত্তপ্ত হৈ পৰে। সি নিজকে সামৰি ক'লে,—বেয়া পাবলৈ একো নাই, কনিকা। মাথোন এটা অভ্যাস। চিৰদিনেই নিজৰ কাম নিজে কৰি আহিছোঁ, তাক বঢ়াই লৈ অইনৰ ওপৰত নিৰ্ভৰশীল হবলৈ নোখোজোঁ। মই কোৱা নাই যে তুমি হাত সাবটি বহি থাকিব লাগে। এনে কাম কৰা যিহে তোমাক আত্মবিকাশৰ সুবিধা দিয়ে।

অজিত আৰু কণিকাৰ নিৰ্ব্বাক ভাষা বুজিব নোৱাৰিলেও অজিতৰ আইতাকে ভিতৰৰপৰা সিহঁতৰ কথা শুনি আছিল। তেওঁ মাত লগালে,—অজিত, তোৰ এইবোৰ কি কথা? নিজৰ কাম কৰ কৰিবি। সেইবুলিয়েই নো এইবোৰলৈ চকু দিবলগীয়া হলনে?

অজিত মনে মনে থাকিল। সি ফুটাই নকলে যে এদিন আইতাকেই কণিকাৰ পৰা একোকে আশা নকৰিবলৈ উপদেশ দিছিল। কণিকাও তাৰপৰা গুচি গ'ল।

কণিকা আৰু অজিত একে ঠাইতে উপনীত হওঁ হওঁ হওঁতেই দুফালে আঁতৰি যাবলগীয়াত পৰিল। স্পষ্ট ধাৰণাৰ অভাৱত দুয়োৰে মনত সন্দেহৰ মেঘ।

নোমলে অজিতক এটি সেৱা জনাই ক'লে,—এতিয়া মই কি কৰোঁ বোপাদেউতা? সমাজখনেই যে মোৰ পাছত লাগিছে। কিবা এটি উপদেশ দিয়ক।

অজিত।—তোমাৰ আকৌ কি উপকাৰ সাধিবলৈ সমাজৰ ইচ্ছা হ'ল নো?

নোমল।—নহয় বোপাদেউতা, সকলোৱে আপোনাৰ শত্ৰু হৈ উঠিছে। গাওঁৰ মুখীয়ালসকলে কালি মোক ক'লে যে মই হেনো আৰু আপোনাৰ মাটিত চহ-বাহ কৰিব নোৱাৰিম। কৰিলে বোলে বৰ বিপদ আছে।

অজিতে জানিছিল যে তথাকথিত সমাজৰ শক্তিৰ বিৰুদ্ধে তিষ্ঠি থকাটো সমাজপতিসকলে সহি থাকিব নোৱাৰে। তাৰ জীৱন দুঃসহ কৰি তুলিবলৈ তেওঁ-লোকৰ যে চেষ্টা চলিছিল তাৰো সি তত পায়। সি নোমললৈ চাই সুধিলে,—অকল তোমাক কৈয়েই এৰিলে নে আইনকো কলে?

নোমল।—সেইবোৰনো আকৌ কি কব? পাৰে মানে সকলোকে আপোনাৰ বিৰুদ্ধে লগাইছে যেন কেৰে আপোনাৰ মাটি নলয়, কোনো কামতে আপোনাক সহায় নকৰে। তাৰবাবে তেওঁলোক উঠি-পৰি লাগিছে।

অজিতে।—দেখিছাই নোমল কাই, নিজৰ কাম মই নিজেই কৰোঁ, কৰিবও পাৰোঁ। তাৰবাবে বিশেষ সহায় নহলেও কোনোমতে চলি যায়। পাৰিলে অইনৰ উপকাৰত লাগিবলৈকেহে হেপাহ হয় আৰু সেই বিষয়েহে মোক সহায় লাগে।

নোমল।—সাৰ্থক কথা কৈছে বোপাদেউতা! সাৰ্থক কথা কৈছে। চাওকচোন, মই ছাল-বাকলি নোহোৱা দুখীয়া। সুবিধামতে মাটি ফেৰা মোক দি আছিল বুলি তাৰেপৰা দুকঠা ধান-মাহ উলিয়াই একৰকম ভালেই প্ৰৱৰ্ত্তিছিলোঁ। তেওঁলোকৰ কাজিয়াৰ মাজলৈ মই গধীবক টানিব লাগে কিয়? আজি যদি মই খাবলৈ নোপোৱাত পৰোঁ তেওঁলোকে কিবা মোৰ মুখত এমুঠি পেলাই দিব নে? যদিহে কোনোবা পাকত তেওঁলোকৰ ওচৰ চাপিব লগাত পৰোঁ মোৰ আৰু নাতি-পুতিৰ দিনলৈ উদ্ধাৰ নোহোৱা হব। আমিও কথা বুজি পাওঁ।

অজিত।—হলেও সমাজ। সমাজৰ হাক-বচন মানি নচলিলে সি যে ৰক্ষা নপৰে। তোমালোকে নাৰাখিলে সমাজ ৰয় কেনেকৈ?

নোমল।—সমাজ আৰু কি? যাৰ ধনৰ মোনা শকত, যেয়ে হোৱাই নোহোৱাই ডাঙৰকৈ দুকথা কব পাৰে তেওঁ-লোকেই সমাজ; তেওঁলোকৰ মতেই সমাজৰ মত। আমাক যে দেখিছে আমি ভেড়া হে আৰু। ভাবিবলৈ যাৰ মূৰ নাই, মুখ ফুটাই দুকথা কবলৈ যাৰ সাহ নাই সিও মানুহ নে?

অজিত।—ভাবিবলৈ মূৰ আৰু বুজিবলৈ বুদ্ধি তোমা-লোকৰো আছে। কেৱল থকা বুলি জানিলেই হয়। সমাজ ভঙা-পতা তোমালোকেও কৰিব পাৰা।

নোমল।—কি কৰিম, বোপাদেউতা। আমাৰ কথা শুনাও যে অপমান! আমি মুখ মেলিব খুজিলেই সকলোৱে ছেই-ছেই লেই-লেই কৰে। নকৰিবই বা কিয়? আমি যে তেওঁলোকৰ দয়াৰ অধীন! তেওঁলোকে এনেকৈ জাল পেলাই ৰাখিছে যে তাৰপৰা ৰক্ষা পৰি ৰবলৈ আমাৰ ভৰপৰ উপায় নাই। জালৰপৰা ওলাব খুজিলেই বান্ধ বেছি কটকটীয়াহে হৈ পৰে। শেহত গৈ তেওঁলোকে যি কয় তাকে মানিবলৈ বাধ্য

হওঁ। আকৌ তেওঁলোকৰ দয়া! তাৰ কথা নো কি কম! তেওঁলোকৰ চুমাত নাক ছিঙে, চেলেকাত হাড় গুলায়।

অজিতৰ ধাৰণা নোমলৰ কথাৰ লগত মিলি যায়। সি বুজিলে যে এই লোকসকলে এদিন সবলো অন্যায় অত্যাচাৰকে শুকান পাত গচকা দি গচকি যাব। সি নোমললৈ চাই সুধিলে,—কিন্তু তোমালোকেই তেওঁলোকক ওখ আসন দি ৰখা নাই নে?

নোমল।—তেন্তেনো আৰু কৈছোঁ কি? আমিয়েই তেওঁলোকক উঠিবলৈ কান্ধ পাতি দিছোঁ। এবাৰ উঠিবলৈ পাইছে যেতিয়া আৰু নামিব কিয়? আমি মৰিলোঁৱেই বা তৰিলোঁৱেই।

নোমলে তাৰ আচল বিষয়লৈকে আহিবলৈ সুধিলে,—বাৰু বোপাদেউতা! তেওঁলোকৰ ভিতৰতো বামুণ মানুহ আছে। আমি যদি তেওঁলোকৰ মাটি নলওঁ তেওঁলোকে কি কৰিব?

অজিত।—তেওঁলোকে জানে, তোমালোকৰ নিজা জমী-জমা নাই যেতিয়া তেওঁলোকৰপৰা লবই লাগিব। তেওঁলোকে কেৱল বিচাৰিছে লোক বিপদত পেলাবলৈ।

নোমল।—তেন্তে আপুনি কি কৰিব? আপোনাৰ যে বিপদ হব!

অজিত। —বিপদ তো আছেই। তুমি সুধিছা কৰিম কি! কৰিম আকৌ কি? নিজৰ মাটি নিজেই হাল-কোৰ লৈ চহাব লাগিব।

নোমল।—আপুনি যে বামুণ, হালৰ মুঠিত ধৰিব কেনেকৈ?

অজিত। —আজিলৈকে কোনো বামুণে হালৰ মুঠিত ধৰা নাই বুলিহে তুমি মোৰ কথা বুজিবলৈ টান পাইছা। ধৰিলেই বুজিব পাৰিবা বামুণেও সেই কাম কৰিব পাৰে। কত বেয়া ভাব ভিতৰত পুহিও যদি বামুণে বামুণ বোলাই ৰব পাৰিছে, হালৰ মুঠিত ধৰিলে-নো নোৱাৰিব কিয়? হ'ল বেয়া-নোবোৱাতহে নো বামুণৰ ব্ৰহ্মত্ব লাগি আছেনে? অৱশ্যে এইবিষয়ে কোনোদিনে ভাবিব লগাত পৰা নাছিলোঁ। এতিয়া ভাবিবলগীয়া হলে ভাবিবই লাগিব। নিজৰ সকলো কামকে নিজে কৰাই ভাল তদুপৰি বৰ্ত্তমান খাদ্যবস্তুৰ অভাৱো মন কৰিবলগীয়া।

নোমল।—কব নোৱাৰোঁ আপুনি যে কি কৰিব খুজিছে। এনেই সমাজে আপোনাৰ নামত জুইতো থৈৰ নিদিয়ে। তাতে যদি এইবোৰ কৰিবলৈ লয় কথা যে কোন খিনি পায় গৈ কব নোৱাৰিছোঁ।

অজিত।—এবাৰ থিয় দি চাব্বেই মন। এইবোৰ আৰু কিমান সহিবা ?

নোমল।—এৰা, আমি কোৱা-মেলাই কৰিছোঁ। যে আপুনি ফেৰ পাতি ধৰিলে সকলোৱে ভুইকি পলাব।

অজিত।—তেনেকুৱা সহজ নহয়, নোমল কাই। ইমান দিনৰ সমাজ এটাক একে তিলিক:ত উৰাই দিব নোৱাৰি।

নোমল।—এৰা, সেইগুণেই কওঁ এইবোৰ এৰি পেলাওক। তেওঁলোকৰ লগত মিলি জুলি থকাই ভাল। আপুনি মিলিব খুজিলে তেওঁলোকে ততালিকে আকোৱালি লব।

অজিতে হাঁহে। সি ক'লে,—বাক, যি হয় হবচোন। এতিয়া তুমি যোৱা, ভাবি-চিন্তি যি হয় এটা থিৰ কৰাগে। মোৰ সুবিধা অসুবিধাৰ কথা সমূলি ভাবিব নালাগে। নোমলে ক'লে,—আপুনি মোক ভুলকৈ নুবুজিব, অগত্যা নোৱাৰিলেহে যদি কিবা কৰিব লগাত পৰোঁ।

নোম:ল খোজ ললে। নেদেখা নোহোৱালৈকে অজিতে তাৰফালে চায়েই ৰ'ল। নোমলৰ কথা তাৰদৰে সকলোৰে প্ৰাণৰ কথা। বুজি পায় সকলোৱে, কিন্তু নিজৰ বিপদ নিজেই মাতি লোৱা হব বুলি বাহিৰত

প্ৰকাশ কৰিব নোখোজে একোকে। কেতিয়াবা কিবা কৈ পেলালেও চিৰদিনে সিহঁতক তল পেলাই ৰখা সকলৰ এটা ইঙ্গিতেই তাৰ সুৰ সলনি কৰিবলৈ যথেষ্ট। অইনৰ আঙুলি চালনাত সিহঁত চলে আত্ম-বিশ্বাসৰ অভাৱত, আন্তৰিক অনুপ্ৰেৰণাত নহয়। অজিতে ভাবে, এই লোকসকলৰ অন্তৰত আত্ম-বিশ্বাস জগাই তুলিব পাৰিলে, সিহঁতক আপোন শক্তিৰ সন্ধান দিব পাৰিলে সকলো ওলত-পালত হৈ যাব। এক উজ্জ্বল ভৱিষ্যতৰ পথ তাৰ চকুৰ আগত ভাহি উঠে।

১৬

অতুল ই, এ, চি। সি চহৰৰ সোঁ-মাজতে ধুনীয়া ঘৰ এটিত থাকে। লগত এজন ৰান্ধনি বামুণ আৰু দুই তিনিজন চাকৰ। অতুলক প্ৰকৃততে অকলশৰীয়া বুলিব নোৱাৰি। তাৰ কাষত মানুহৰ অভাৱ প্ৰায়েই নহয়। কত লোকে কত উদ্দেশ্য লৈ যে তাৰ কাষ চাপে, চহৰৰ কত জনে যে তাক মাতি নি আদৰ অভ্যৰ্থনা জনায়!

মৃণাল বৰুৱাৰ লগত অতুলৰ বন্ধুত্ব। বৰুৱা এগৰাকী ডেকা উকীল, সুন্দৰ দেখনিয়াৰ, পোছাক-পৰিচ্ছদত অতি সাৱধান, আৰু চাল-চলনত আদব-কায়দাৰ প্ৰতিমূৰ্ত্তি। তেওঁৰ গীত গোৱা গলাটিৰো বাহ্যিক চাকচিক্যৰ লগত সুন্দৰ মিল। তেওঁৰ গীতে সঁচাকৈয়ে মনত আনন্দ দিয়ে।

মৃণাল বৰুৱা প্ৰায় প্ৰতিদিনে এবাৰ নহয় এবাৰ অতুলৰ ঘৰলৈ আহে আৰু নানা গল্প-গুজবৰ মাজেদি সময় কটায়। সময় যোৱাৰ লগে লগে এইদৰে কাল অতিবাহিত কৰাৰ প্ৰতি অতুলৰো অভিৰুচি জন্মে। চাকৰী পোৱাৰ পূৰ্ব্বলৈকে তাৰ মানসিক গতি যেনেৰূপ আছিল ক্ৰমে তাৰ পৰিবৰ্ত্তনৰ সূচনা হয়। অৱস্থাৰ দাবী অগ্ৰাহ্য কৰিব নোৱাৰাকেই তাৰ কাৰণ বুলি কলেও অতুলে কব পাৰে।

মাজে সময়ে অতুলেও মৃণাল বৰুৱাৰ ঘৰলৈকে আহে আৰু গীত-বাদ্য শুনি তৃপ্তি লাভকৰে। মৃণালৰ ঘৰত তেওঁৰ বাহিৰে আৰু চাৰিটি প্ৰাণী—বুঢ়া মাক-পিতাক, নতুনকৈ বিয়া কৰাই অনা ঘৈণীয়েক আৰু একমাত্ৰ ভনীয়েক অমিয়। সিদিনা গধূলিপৰত মৃণাল আৰু অতুলে ফুৰি-চাকি মৃণালৰ ঘৰতে ওলালহি। অতুলে আগৰ-দৰে উকীলখানাৰ লগতে থকা কোঠাটোত সোমাবলৈ

আগবাঢ়ি যোৱাত মৃণালে কলে,—কি কৰিছে, ভিতৰলৈকে আহক, ইয়াত কিমান বেলি আপুনি অকলে বহি থাকিব ?

অতুলে মৃণালৰ লগে লগে আহি তেওঁলোকৰ থকা ঘৰৰে এফালৰ কোঠা এটাত বহিলহি। ঘৰ পায়েই মৃণালে চাহ কৰিবলৈ আদেশ দিলে। তাৰ পিছত তেওঁ ভিতৰলৈ সোমাই গৈ পাঁচ ছয় মিনিটৰ ভিতৰতে সাজ-পোছাক সলাই আহি অতুলৰ ওচৰতে পাতি থোৱা চকী এখনত বহি পৰিল। মৃণালে ধেমালিৰ ছলেৰে আৰম্ভ কৰিলে,—বুজিছে, মিঃ শৰ্ম্মা ! মোৰ ভনী অমিয় হাইস্কুলৰ দশম মান শ্ৰেণীৰ ছাত্ৰী ; এইবাৰ প্ৰবেশিকা পৰীক্ষা দিয়াৰ কথা। কাইলৈ হেনো সিহঁতৰ স্কুলত শনিবৰীয়া সভা, তৰ্কৰ বিষয়—সহশিক্ষা। অমিয়ই বোলে কব লাগিব বিপক্ষে। তাই মোক কিবা কিবি কৈ দিবলৈ কৈছে। চাওকচোন বাৰু, এই কুৰি শতিকাৰ যুগতো নো সহশিক্ষাৰ বিৰুদ্ধে কব পাৰি নে ? তাই কয়, সিহঁতৰ হেড মিষ্ট্ৰেছে হেনো সহশিক্ষাৰ নামকে শুনিব নোৱাৰে। ভাবিচাওক এতিয়া এইখন দেশলৈ উন্নতি আহে কেনেকৈ ?

মৃণাল বৰুৱাৰ বিশ্বাস আছিল যে অতুলে তেওঁৰ

কথা তেনেই সমৰ্থন কৰিব; কিন্তু আশা তেওঁৰ নফলিয়ালে। অতুলে ক'লে,—বকুরা, মই হলে আপোনাৰ কথা ষোলকলাই সমৰ্থন কৰিবলৈ টান পাইছোঁ। অৱশ্যে, প্ৰাথমিক অৱস্থাত সহশিক্ষাৰ বিৰুদ্ধে কবলগীয়া একো থাকিব নোৱাৰে। আকৌ লৰা ছোৱালীয়ে নিজৰ দায়ীত্ব সম্পূৰ্ণভাৱে উপলব্ধি কৰিব পৰা হোৱাৰ পিছতো সহশিক্ষাৰ ব্যৱস্থা হোৱাত আপত্তিৰ কাৰণ নাই, কিন্তু মাজৰ কালছোৱাত এইবিষয়ে সাৱধান হোৱাৰ আৱশ্যকতা আছে বুলিয়েই মোৰ ধাৰণা অন্ততঃ বৰ্ত্তমান শিক্ষাপদ্ধতিৰ পৰিবৰ্ত্তন নহয়মানে। এই কালছোৱাতেই বহুত লৰা-ছোৱালীয়ে অবাটে বাট বুলিবলৈ শিকে আৰু তাৰেই ফল স্বৰূপে জীৱনব্যাপি বিষময় পৰিণাম ভোগ কৰে। এই কাল ডোখৰত লৰা-ছোৱালীক নিজৰ ঠাইত ৰাখিব পাৰিলেহে পৰা।

মৃণালে হাঁহি মাৰি ক'লে,—আপুনিও দেখিছোঁ সেই পুৰণি চিন্তা-ধাৰাকেই পুহি ৰাখিছে। আজি আকৌ এইবোৰ চিঞৰিলেও কেৱে তালৈ কাণ নকৰে। আমাৰ লৰা-ছোৱালীয়ে পৰস্পৰে পৰস্পৰক বুজিবলৈকে সুযোগ নোপোৱা বাবেহে যথেষ্ট ক্ষতি হোৱা বুলি মোৰ বিশ্বাস।

অতুলে ক'লে,—সহশিক্ষাৰ জৰিয়তে লৰা-ছোৱালীক

পৰস্পাৰে, পৰস্পৰক বুজিবলৈ কি যে সুবিধা দিব খুজিছে কব নোৱাৰোঁ। সহশিক্ষাৰ ব্যৱস্থা নাথাকিল বুলিয়েই যে ল'ৰা আৰু ছোৱালীয়ে একে অন্যক দেখে বুলি চকুত কাপোৰ বান্ধি ৰব তাৰ একো অৰ্থ নাই। তদুপৰিও, লৰা আৰু ছোৱালীয়ে একে উদ্দেশ্য লৈয়েই ভৱিষ্যতে সংসাৰত চলিব লগাত পৰিলেও তেওঁলোকৰ কাম একে নহৈ পৰিপূৰকহে হব। একে পাঠ্য-তালিকাৰ শিক্ষা উভয়ৰে পক্ষে সমান উপযোগী নহয় বুলিয়েই মই ভাবোঁ।

মৃণালে ক'লে,—বুজিছে মিঃ শৰ্ম্মা, চিৰদিনীয়া চিন্তা এৰিবলৈ টান পোৱা গুণেহে আমাৰ তেনেকুপ ধাৰণা হয়। তিকতা আৰু পুৰুষৰ মাজত আমি যি ব্যৱধান ৰাখি থৈছোঁ তাৰ অৱসান সাধিবলৈ হ'লে সহশিক্ষাৰ আৱশ্যকতা আছে। পাশ্চাত্য দেশবোৰলৈ চাওক——

অমিয়ই ট্ৰে এখনত চাহ লৈ ভিতৰৰ দুৱাৰেদি কোঠাটোত সোমাল। মৃণালে চাহ আৰু মিঠাইৰ থাল এখন অতুলৰ কাষৰ মেজখনত দি নিজৰ কাপ হাতত তুলি ললে। চাহত মুখ দি ৰকৱাই থিয় হৈ থকা অমিয়ৰ ফালে চাই ক'লে,—শুনিছ অমিয়, মিঃ

শৰ্ম্মা তোৰ এজন ভাল সমৰ্থক। তেখেতে তোক সহায় কৰিব পাৰিব। এই বিষয়ে তোৰ মতেই তেখে-তৰো মত। তহঁতৰ শনিবৰীয়া তৰ্কসভাটো যে আমাৰ মাজতেই হোৱাৰ উপক্ৰম হৈছিল।

মৃণালে অতুল আৰু অমিয়ৰ মুখলৈ চাই হাঁহিবলৈ ধৰিলে। অতুলৰ লগত অমিয়ৰ কোনোদিনে কথা-বতৰা হোৱা নাই। আজিও তাই প্ৰথমে একো নকলে।

অতুলে চাহ খাই খাই অমিয়ৰ ফালে চাই সুধিলে,

—তোমাৰ নাম অমিয়?

অমিয়ই ক'লে,—হয়।

—তুমি কোন শ্ৰেণীত পঢ়া?

—দশম মানত।

—ভাল কথা। বাৰু, তুমিনো সহশিক্ষা কিয় ভাল নোপোৱা?

অতুলৰ মুখত এটি ৰহস্যৰ ভাব।

অমিয়ই উত্তৰ দিয়াৰ আগতে মৃণালে হাঁহি মাৰি কৈ উঠিল,—কাৰণ সিহঁতৰ হেড্‌মিষ্ট্ৰেছে ভাল নাপায়। অৱশ্যে আপুনি সহশিক্ষা ভাল নাপায় বুলি যে অমিয়য়ো ভাল নাপায় তাক কব নোৱাৰি, যেহেতু এই পৰ্য্যন্ত আপোনাৰ মত তাইৰ জনা নাছিল।

অতুলৰো হাঁহি উঠিল। অমিয়ই তথাপি মাটি লেখি আগৰ দৰেই থিয় হৈ থকা দেখি অতুলে ঘৰুৱালৈ চাই ক'লে,—আপুনি ইমান নিমৰমিয়াস হয় কিয়, ঘৰুৱা ?

অমিয়ই মূৰ দাঙি অতুলৰ মুখলৈ চায়।

এনেতে চাকৰ এজনে ত'মোলৰ বটা আনি দিলে। চাকৰ জন যোৱাৰ লগে লগে অমিয়য়ো আতৰিল।

এখন তামোল অতুলক দি অ ক এখন নিজৰ মুখত ভৰাই মৃণালে ক'লে,—বৰ লাজকুৰীয়া। বুদ্ধি হ'লে বেয়া নাছিল, শ্ৰেণীত প্ৰায়েই প্ৰথম হয়। আৱশ্যকীয় খবৰ বাতৰিও ৰাখে। কিন্তু অইনৰ আগত হঠাতে মুখ মেলিব নোখোজে কিয় কব নোৱাৰোঁ।

অতুলে কয়,—তাৰ বাবে আপুনি একো দোষ দিব নোৱাৰে। বয়সেই বা কিমান যে আপোনাৰ সমানে সমানে কথা কব পাৰিব ?

আপুনি নাজানে মিঃ শৰ্ম্মা, অমিয়ই কথা কলে এনেভাৱে কয় যে এজনী ছোৱালীয়ে কথা কোৱা বুলি ভাব উৰাই দিব নোৱাৰি। অইনৰ কথা শুনি যায়, নিজে কিন্তু হঠাতে একো নামাতে—এয়েই ভাইৰ লক্ষণ। চহৰৰ ছোৱালী, কেনে চট্‌ৰটীয়া হব লাগে; অথচ মানুহৰ

মনত ধাৰণা এটা পৰ্য্যন্ত তাই জন্মাব নোখোজে বা নোৱাৰে। দেউতাহঁতে ইতিমধ্যেই আৰম্ভ কৰিছে তাইৰ বিয়াৰ কথা। জাতৰ গৌৰৱ!—বামুণ মানুহ নহয়? অনতিপলমে বিয়া দিব নোৱাৰিলে প্ৰচলিত নিয়মৰ প্ৰতি অমৰ্য্যাদা দেখুওৱা হব।

মৃণাল বৰুৱাই আজি একে একে এইবোৰ কথা উলিয়াই যোৱাত অতুল অলপ আচৰিতেই হয়। বৰুৱা তাৰ বন্ধু, ইতিপূৰ্ব্বে কেবা বাৰো সি বৰুৱাৰ ঘৰলৈ আহিছে, কিন্তু এনে অতি আপোন আৰু ঘৰুৱা ভাৱৰ ব্যৱহাৰ যেন পোৱা নাছিল। তথাপি মৃণালৰ কথাত যোগ দি সি ক'লে,—চহৰতো এইবোৰ বিধি-ব্যৱস্থাৰ বিধান থাকিবলৈ হলে হৈছে আৰু! চহৰ গাওঁ নহয় যে এইবোৰলৈ ভ্ৰূক্ষেপ নকৰিলে গোটেই সমাজৰে চাপ ওপৰত পৰিব।

—নকব আৰু সেইবোৰ কথা। চৰকাৰে আইন কৰিলে. তাৰ গুণ কীৰ্ত্তনো কৰা হ'ল, কিন্তু ফলৰ ঘৰত হলে বিশেষ একো এতিয়াও দেখিবলৈ পোৱা নাই। চহৰত কি হৈ আছে আপুনি নিশ্চয় জানে; কিন্তু কোনোবাই মুকলি কথাৰে তাক প্ৰকাশ কৰিব পাৰিছে নে? এই দুৰ্ব্বলতাই আমাক কেতিয়া যে এৰিব কব

নোৱাৰোঁ।

অতুলে হাঁহি সামৰিব নোৱাৰিলে। চহৰৰ উদাৰতাৰ মাজতো যে স্পষ্টবাদিতাৰ অভাৱ সেই কথা অতুলৰ জনা আছিল। এই সম্পৰ্কে মৃণাল বৰুৱাৰ মতামত সংগ্ৰহ কৰিবলৈকেহে মাথোন সি এই কথা উন্মুকিয়াইছিল।

অতুলে ক'লে,—আপোনালোকেই এতিয়া বাট দেখুৱাব লাগিব।

এইবোৰ চিন্তা এৰি দি ছোৱালীক প্ৰথমে জনা বুজা কৰি লওক, সময়ত তেওঁলোকে নিজৰ কৰ্ত্তব্য নিজেই বুজিব পাৰিব।

—সকলো বুজোঁ; কিন্তু নিজৰ বেলিকা যে একোকে কৰিব নোৱাৰোঁ। বুঢ়া আই-পিতাৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰিবলৈ যোৱাও টান। অমিয়ৰ বয়স হৈছে—এই কথাকেই তেওঁলোকে সদায় কাণত পেলাই থাকে। বিয়াৰ কথা বাৰু সম্প্ৰতি এৰিছোঁ, পাত্ৰ এজন স্থিৰ কৰি ৰাখিব পাৰিলেও হয়। অন্ততঃ কলেজলৈ পঠিওৱাৰ আগতে বিয়াখন হৈ গ'লে ৰক্ষা পাওঁ। আপোনাৰ জনা শুনা কত জনেই আছে। এই বিষয়ে সহায় কৰিবলৈ আপোনাক অনুৰোধ কৰিব খোজোঁ।

কিবা এটি নতুন ভাবৰ পৰশত অতুলৰ মন যেন

লৰি উঠিল। তাৰ হঠাতে ভাব হ'ল যেন মৃণাল বৰুৱাই এইবোৰ কথাৰ মাজেদি তাকেই অনুৰোধ কৰিছে অমিয়ক গ্ৰহণ কৰিবলৈ। অতুল অবিবাহিত, তেনেস্থলত মৃণালে তেওঁৰ বুদ্ধিমতী ভনীয়েক জনীক তাক গতাবলৈ বাঞ্ছা কৰাটো একো অস্বাভাৱিক নহয়। মনৰ ভাব গোপন কৰি অতুলে ক'লে,—যি হয় হবচোন বাৰু। মই হলে আপোনাক লৰালৰি নকৰিবলৈকেই কব খোজোঁ। দুই আত্মাৰ প্ৰকৃত মিলনহে বিয়াৰ সাৰ্থকতা।

ভিতৰত অৰ্গেনৰ সুৰ বাজি উঠিল আৰু লগে লগে সুললিত কণ্ঠৰ সুৰচিত গীত এটিয়ে গোটেইখন আপ্লুত কৈ পেলালে। একাগ্ৰ চিত্তেৰে অতুলে গীত শুনি গ'ল। মৃণালৰ মুখতো কথা নাই। গীত শেষ হ'ল। অতুলক যেন কোনোবাই ক'লে,—সংসাৰ চক্ৰৰ দুখ-শোক পাতলাব পৰা এয়েই সঙ্গীত। অতুলে সুধিলে,—অমিয় নহয় নে, বৰুৱা ?

—এৰা, অমিয়।

—হবৰেই কথা। আপোনাৰহে ভনীয়েক। নহৈ পাৰে কেনেকৈ ?

আকৌ চাহ আহিল, তামোল আহিল। অতুলে ঘড়ী চাই দেখে যে সাৰে আঠ বাজিল বুজিলেই হয়।

সি যাবলৈ ওলাল। মৃণালেও লগে লগে বাহিৰলৈ ওলাই আহিল।

(১৭)

অজিতৰ গাওঁৰপৰা দুই তিনি মাইলৰ ভিতৰত কথা মুছলমান গাওঁত ভীষণ কলেৰা। কলেৰাত মানুহ পৰিছে আৰু মৰিছে। প্ৰাণৰ ভয়ত এক অন্যক সহায় কৰিবলৈ পৰ্য্যন্ত এৰি দিছে। চিকিৎসাৰ বন্দোবস্তো নাই বুলিলেও হয়। চৰকাৰী ডাক্তৰ এজন মাজে সময়ে আহে সচা, কিন্তু তেওঁৰ সাহায্য দানত প্ৰাণ নাই। ইঘৰত দলি মৰাকৈ দুটি কথা, সিঘৰত দুটি কথা—তাতেই তেওঁৰ কাম শেষ। কেতিয়াবা কিবা পাকত দুটোপা ঔষধ দিলেও ফল তাৰ শূন্য। যি গাওঁত পৰিষ্কাৰ পানী এটোপাৰ অভাৱ, এডোখৰ চাবোন পাবলৈ নাই, তাত তেওঁ ৰোগীৰ গাত হাত দিয়ে কেনেকৈ?

অজিতে এটি হোমিওপ্যাথিক ঔষধৰ বাকচ আনি ৰাখিছিল। তাকেই সম্বল হিচাবে লৈ সি মুছলমান

গাওঁলৈ অহা-যোৱা কৰিবলৈ ধৰে। বেমাৰ হোৱা প্ৰত্যেক ঘৰলৈকে সি প্ৰায় প্ৰতি দিনে আহে আৰু ঔষধ-পত্ৰ দিয়াৰ উপৰিও ৰোগীৰ কাপোৰ কাণি কেনেকৈ ধুই-পখালি পৰিষ্কাৰ কৰিব লাগে, কিদৰে ময়লা প্ৰভৃতি পুতিব লাগে বুজাই দিয়ে। যিবোৰ ঘৰত বেমাৰ হোৱা নাই তেওঁলোকেই বা কেনেকৈ সাৱধান হৈ চলিব লাগে তাৰো দিহা সকলোৱে অজিতৰ পৰা পায়। উপদেশ দিয়েই সি ক্ষান্ত নহয়, গাৱঁলীয়া সকলৰ দ্বাৰা সেইবোৰ কাৰ্য্যত পৰিণত কৰাই হে সি শান্তি অনুভৱ কৰে।

অজিত গাওঁলৈ অহা-যোৱা কৰিবৰে পৰা গাৱঁলীয়াসকলৰ মনত সাহ জন্মে আৰু গাওঁৰ ডেকাসকলৰ কেতবোৰে অজিতৰ আৰ্হিৰে অনুপ্ৰাণিত হৈ সেৱা-কাৰ্য্য আৰম্ভ কৰে। অজিতৰ মনত ঘৃণা-ভয় একো নাই; সেৱা কৰিবলৈ সুযোগ পোৱাত তাৰ বিপুল আনন্দ। জনসাধাৰণৰ প্ৰতি তাৰ এই সেৱাৰ আঁৰত একো স্বাৰ্থৰ ভাব জড়িত নাছিল। তাৰ নিস্বাৰ্থ সেৱাই গাওঁৰ সকলোৰে অন্তৰ চুবলৈ পাৰগ হয়।

কেইদিনমান অজিতে ঘৰলৈ আহিবকে পৰা নাই। সিদিনা ৰাতিপুৱা গাওঁলৈ ঘূৰি আহোতে গোসাই ঘৰৰ চোতালত বহু লোক জমা হৈ কিবা কিবি আলোচনা

কৰি থকা দেখা পালে। সি গোসাই ঘৰৰ ওচৰ পাওতেই নোমলে মাত লগালে,— আহক বোপা দেউতা, আপোনাৰ কথাকেই কোৱা মেলা কৰিছোঁ। নিজেই আহি পালে যেতিয়া ভালেই হল, আপোনাৰ কি কবলগীয়া আছে কওকহি।

—মই নোহোৱাত নো মোৰ বিষয়ে কি আলোচনা চলিছে? মই নাথাকিলেহে সুবিধা হব বোধহয়।

সমাজৰ মাজৰপৰা দুজনমানে কৈ উঠিল, — নহয়, আপুনি উপস্থিত থাকিবই লাগিব। আমি কেনেকৈ বুজিম যে আপোনাক হিংসা কৰা হোৱা নাই?

অজিতে একো নামাতি একাষত বহি পৰিলে। সি ঠাই লোৱাৰ লগে লগে বিদ্যাধৰ, কমলনাথ প্ৰভৃতিৰ মন যেন বিমৰ্ষ হৈ পৰিল।

জয়ৰামে অজিতলৈ চাই সুধিলে,—আপুনি এইবোৰ কি কৰিছে? একে হিন্দু, তাতে আকৌ বামুণ। আপুনি মুছলমান গাওঁলৈ এইদৰে যায় কিয়? আপোনালোকেই যদি এইবোৰ কৰে, হিন্দুৰ ধৰ্ম্ম-কৰ্ম্মনো ৰয় কেনেকৈ?

— কোৱা বামুণৰ ধৰ্ম্ম-কৰ্ম্ম। ছল-চাতুৰি নাজানিলে আৰু ধৰ্ম্ম-কৰ্ম্ম ৰব কেনেকৈ? তোমালোকেই কোৱা

নহয় জয়ৰাম, যে বামুণ সকলে তোমালোকক তল পেলাই ৰাখিছে? বামুণৰ প্ৰতি গালি-শপনিয়েই তোমা-লোকৰ উন্নতি আনিবনে? বহুদিনৰ পৰা দ'ম খাই থকা ময়লাবোৰ সাৰি-পুচি নিকা কৰিলেহে কাম হব পাৰে। বামুণৰ বিৰুদ্ধে তোমালোকৰ যি অভিযোগ গোটেই হিন্দু জাতিৰ বিৰুদ্ধে মোৰ সেই একেই অভিযোগ।

—সেইবোৰ কব নোৱাৰোঁ। আমি জানোঁ হিন্দু-মুছলমান তেল-পানী। তেনেস্থলত আপুনি মুছলমানৰ ঘৰে ঘৰে এইদৰে ঘূৰি ফুৰিলে সিহঁতে বলতে পাব।

—এই ভ্ৰান্ত ধাৰণা এৰিব লাগিব: সকলোৱে প্ৰথমে মানুহ, তাৰ পিছতহে হিন্দু বা মুছলমান। মানুহে মানুহৰ সেৱা কৰাত প্ৰকৃত ধৰ্ম্মৰ কেতিয়াও বাধা থাকিব নোৱাৰে।

জালিৰামে হঠাতে কৈ উঠিল,—কিনো কম মোৰ গোসাইহঁত! যোৱা নিশা যিহে সপোন দেখিলোঁ, মনত পৰিলে এতিয়াও গাটো জিকাৰ খাই উঠে। শুই আছোঁ, তিনি হাত মান দীঘল জিভা মেলি কালি গোসানীয়ে মূৰ শিতানত থিয় দি কবলৈ ধৰিলে, গাওঁ তইঁতৰ উচন যাব। মুছলমান পাৰাৰপৰা মৰঙৰ দেও আনি তইঁতৰ গাওঁত মেলিছে এবিম। তাৰ পিছত গোসানী আয়ে [illegible] এখনৰ

কাণে আঙুলিয়াই ক'লে, সোঁৱা যে নাওঁ দেখিছ তাতেই তইঁত যাব লাগিব। তইঁতৰ গাওঁৰ মানুহক মোৰ ডাকিনী যোগিনী সকলে জালোৱাই জালেৰে মাছ মৰা দিব। তাৰ পিছত কিচ্ কিচ্ কৰে এণ্ডাৰ যেন ক'লা ছুটা কিবাই দাঁত কৰচি মোৰ আগত নাচিবলৈ ধৰিলে। ভয়তে সাৰ পাই উঠি হৰিৰাম স্মৰিহে ৰক্ষা পৰিলোঁ।

সমজুৱা সকলৰ আৰু বুজিবলৈ বাকী নাথাকিল যে কালী আইৰ কোপ দৃষ্টি গাওঁৰ ওপৰত পৰিছে। গোসাঁই ধৰলৈ চাই সকলোৱে সেৱা জনালে।

নানা জনৰ মুখৰপৰা নানা কথা ওলাল। এজনে কয়, সেযেহে এতিয়া আৰু সেই ৰণ্ ৰণ্ শব্দ শুনিবলৈ নাপাওঁ। কালী আয়ে ঘুগুৰা দিয়া শুকুলা ঘোঁৰাটোত উঠি হাতত বেত ডাল লৈ ফুৰোতে যি শব্দ হৈছিল কেইদিনমানৰপৰা, বিশ্বাস কৰক মোৰ দেউতা সকল, সেই শব্দৰ আৰু শ-টোৱেই নাই। ইমানদিনে কালী আয়ে কেও খেলি ফুৰিছিল, এতিয়া আৰু আমাৰ কি উপায় আছে?

আন এজনে কয়, নাসাগে নালাগে আৰু কবলৈ। দুপৰ নিশা অলপ তত লৈ শুনিবাচোনহঁক, কি যে তিকি বিড়ি কাণত পৰে! ইপিনে দাপ্-দুপ্ সিপিনে

ধাপ্-ধুপ্, উঃ, মনত পৰিলেও গা চেঁচা হৈ যাব খোজে।

বিদ্যাধৰে নীৰবতা ভঙ্গ কৰি ক'লে,—যায় এজনৰ পাপত গাওঁ তললৈ। হ'ল বুলিনো ইমান খিনিও সহিব পাৰিনে? সকলোৱে শুনিলাই কেনেকৈ গোটেইখন গাওঁ দেৱতাৰ কোপত পৰিল।

অজিতে ক'লে,—এনে অন্ধ বিশ্বাস!—

সিপিনৰপৰা তত্ এৰি দৌৰি আহে ৰফিক। বেচাৰা ঘামি জামি অস্থিৰ; মুখমণ্ডল কিবা এক ঘোৰ আতঙ্কত অভিভূত। সি গোসাই ঘৰৰ চোতাল পাও নোপাওতেই অজিত আগবাঢ়ি আহিল। ৰফিকে কান্দি কান্দি কবলৈ ধৰিলে—বোপাদেউতা, আপুনি এতিয়াই যাব লাগে, যেনে আছে তেনেই বলক। আপুনি অহাৰ পিছতেই ছোফিয়া বেমাৰত পৰিছে। একেটি ছোৱালী বোপাদেউতা, আৰু পলম নকৰিব।

একেই অজিতৰ কোমল প্ৰাণ, তাতে আকৌ নিঃসহায় ৰফিকৰ কাবৌ-কোকালি; সি থিৰেৰে ৰয় কেনেকৈ? পলম নকৰি অজিত যাবলৈ ওলাল। এটিবাৰ সমাজৰ ফালে চাই সি ক'লে,—মই আহিলোঁ; আপোনালোকে এইবোৰ এৰি গাওঁখনক কেনেকৈ চাৰিওপিনে

দেখা দিয়া বেমাৰ-ব্যাধিবপৰা আঁতৰত ৰাখিব পাৰি তাৰেহে উপায় চিন্তা কৰক। নাম ধৰি মাহ-প্ৰসাদ খোৱা, পানীখোৱা পুখুৰীত গা-কাপোৰ ধোৱা—এৰি পেলাব লাগিব। আপোনালোকৰ সমাজৰ ভিতৰত মই নাই বুলিয়েই যেন মোৰ কথা উলাই নকৰে।

অজিত আৰু ৰফিকে খোজ ললে। 'সমাজৰপৰা কোনোবা এজনে উত্তেজিত হৈ কৈ উঠিল, ভাল চাইছ যদি এতিয়াও উভতি আহ। নহলে কথা কোনোবা পাকে যাব।

অজিত শুনিও নুশুনাৰ দৰে গৈয়েই থাকিল। বিদ্যাধৰৰ দুই চকুৱে ফিৰিঙতি ওফৰাবলৈ ধৰিলে। সমাজক সম্বোধন কৰি এই সমাজপতি গৰাকীয়ে কৈ উঠিল, —কি চাইছাহঁক? গ'ল জাতি, গ'ল ধৰ্ম্ম, গ'ল গাওঁ! এতিয়াই আগচি ধৰ।

কেইবাজনেও গিৰিস্ কৰে উঠি আহি অজিত আৰু ৰফিকক আগচি ধৰিলে। ঘটনাৰ সোঁতে অইনবোৰকো সেই ঠাইলৈ টানি আনিলে। কেৱে কয়, কি কৰিছা, ভাইহঁত! এনে কাম ভাল নহয়। অইন কোনোৱে কয়, ভাল আমাক উপদেশৰ আকলুৱা পাইছে! ইয়াৰ অন্ত-পালিখন আৰু সহিব নোৱাৰি।

এটা গোলমাল আৰু বিশৃঙ্খলতাৰ সৃষ্টি হয়। হঠাতে কোনোবা ফালৰপৰা অজিতৰ মূৰত এটা কোব পৰিল; সি অজ্ঞান হৈ পৰি গ'ল আৰু তাৰ মূৰৰ পৰা তেজ ববলৈ ধৰিলে। নোমল প্ৰভৃতি বহুতৰে মুখ ক'লা পৰি গ'ল। তেওঁলোকে যে উত্তেজিত হোৱা নাছিল তেনেও নহয়; কিন্তু সমাজ দৈত্যৰ ভয়ত মাত মাতিব নোৱাৰিলে। সকলোৱে বিদ্যাধৰৰ মুখৰ ফালে চায়, অৰ্থ যদি কিবা বিপদ আহে তেন্তে কৰ্ত্তব্য! বিদ্যাধৰৰ মুখৰপৰা মাভৈ বাণী ওলাই পৰে, ভয় কি? ইমান মানুহৰ ভিতৰত কাৰ মূৰত কেনেকৈ কাৰ কোব পৰিল কোনে জানে? কৰ্ম্মফল হাতে হাতে পাইছে, আমি তাত কি কৰিব পাৰোঁ। তেওঁ আকৌ কয় যে একতাই তেওঁ-লোকৰ বল; একতাই তেওঁলোকৰ সিদ্ধি। সমাজপতি বিদ্যাধৰে নাজানে যে ভাল কামত হে একতাই সিদ্ধি দিয়ে, বেয়া কামত একতাৰ শেষফল ৰৌ ৰৌ নৰক।

বিদ্যাধৰ আৰু আন আন মুখীয়াল-সকল তাৰ-পৰা আতৰিল। লগে লগে তেওঁলোকৰ অনুগামী-সকলো গুচি গ'ল। অজিত তাতেই পৰি থাকিল, কাষত কিং-কৰ্ত্তব্যবিমূঢ় দৰ্শক ৰফিক। যি সকলে এনে নিঠুৰ ঘটনাৰ বাবে প্ৰস্তুত নাছিল তেওঁলোকৰ কেই-

জনমান উভতি আকৌ অজিতৰ কাষ পালেহি। তেওঁ-লোকৰ চকু মুখত প্ৰশ্ন—এতিয়া কৰ্ত্তব্য কি ?

অজিতে চকু মেলি চায়। কাষতে ৰফিকক দেখি-বলৈ পাই সি ক'লে, —ৰফিক, তোমাৰ ছোফিয়া? যোৱা ভাই, তুমি তত্তালিকে যোৱা; অলপ স্থস্থিৰ হৈ মৰো গৈছোঁ। জাহানৰ হাতত ঔষধ এৰি আহিছোঁ; সম্প্ৰতি তাকেই ব্যৱহাৰ কৰাগৈ।

গাৰ কাপোৰ খনেৰে অজিতে মুখত এটা গাঁঠি দিলে। যাওঁ নাযাওঁকৈ ৰফিক লৰি গ'ল ছোফিয়াৰ মোহত। থিয় হৈ অজিতে ওচৰত থকা সকলোৰে চাই এটি শুকান হাঁহি মাৰিলে। কাৰো মুখৰপৰা কথা নোলাল। অজিতৰ লগে লগে সকলোৱে গাওঁৰ মাজলৈ খোজ ললে।

অজিতৰ অৱস্থা দেখি তাৰ আইতাক আৰু কণিকা অবাক হৈ যায়। কি কৰিব কি নকৰিব একোকে তেওঁলোকে থিৰ কৰিব নোৱাৰাত পৰে। কনকেও কান্দিবলৈ ধৰিলে। অজিতে হাঁহিবলৈ চেষ্টা কৰি কয়, —একো নোহোৱা ঘটনা নহয়। তাৰ বাবে ইমান চঞ্চল, ইমান উদ্বাউল হোৱাৰ আৱশ্যক নাই। এতিয়া অলপ কামকে কৰা—পাৰিলে অলপ তপত পানী দিয়া, মূৰটো ধুই পেলাওঁ।

আইতাক আৰু কণিকা ভিতৰলৈ গ'ল। কণিকাৰ চুচকুৰপৰা পানী ববলৈ ধৰিলে। আইতাকৰো অৱস্থা থৰক বৰক। অজিতে কনকক ওচৰলৈ মাতি আনে আৰু গাত হাত বুলাই বুলাই কান্দিবলৈ হাক দিয়ে। অজিতৰ কথামতে কনক তাৰ পৰা গুচি যায়। সেই সময়তে অজিতে মূৰৰপৰা কাপোৰখন খহাই একাষত থৈ দিয়ে।

অজিতৰ অৱস্থাৰ কথা তৎক্ষণাৎ কেউফালে ৰাষ্ট্ৰ হৈ পৰে। উধাতু খাই লৰি আহে কমলা। অজিতৰ কাষত পৰি থকা তেজেৰে ৰাঙলী কাপোৰখন দেখিবলৈ পোৱাত তাই মূৰ ঘূৰি যোৱা যেন পায় আৰু উচুপি উচুপি মাটিতে বহি পৰে। অজিতৰ বাবে অনুভৱ কৰোঁতা সকলৰ বহুতেই তাত উপস্থিত হয়হি। কণিকাই চৰীয়া এটাত তপত পানী লৈ ওলাই আহে; কিন্তু হঠাতে চৰীয়াটো তাইৰ হাতৰপৰা সৰি পৰে। তাইৰ পিছে পিছে হাতত তুলা লৈ আহি থকা অজিতৰ আইতাকে কৈ উঠিল,—নাজানোঁ আৰু যে কি অমঙ্গল কপালত আছে! ওচৰতে থকা সকলৰ জনদিয়েকে কলে,—তেজমুৱা লাগিলে এনেকুৱা হয়েই। তেজৰ কাপোৰখন ইয়াৰ পৰা আতৰাই থোৱাহে ভাল।

অজিতে মাথোন অলপ হাঁহিলে। তপত পানী আনিবলৈকে তত্তাতয়াকৈ কণিকা আকৌ ঘৰৰ ভিতৰলৈ গ'ল। কামৰ মাজতেই তাই ভাবে এনে অৱস্থাতো তাইৰ এই অবাঞ্ছনীয় দুৰ্ব্বলতা আহিব পাৰিলে কেনেকৈ? লাঞ্ছিত অজিতৰ কাষত কমলাক কান্দি থকা দেখিবলৈ পোৱাতেই তাইৰ প্ৰাণে বেদনা অনুভৱ কৰিব নালাগি-ছিল। তাই নিজৰ এই মানসিক অৱস্থাৰ হেতু বিচাৰি

চায়, কিন্তু ঠাৱৰ কৰিব নোৱাৰে ই পৰশ্ৰীকাতৰতা নে বিদ্বেষ। বিসদৃশ চিন্তাৰ বুৰণি পানীয়ে তাইৰ অন্তৰ ওপচাই পেলায়।

কমলাই কণিকাৰ কাষলৈ আহি সহায় কৰিবলৈ বিচাৰিলে। সংযমৰ আশ্ৰয় লৈ কণিকাই কমলাকে পানী চৰীয়া নিবলৈকে কয়। কমলায়ো তাকে কৰে। আইতাক আৰু কমলাই অজিতৰ পৰামৰ্শ মতে কাম কৰিবলৈ ধৰে আৰু কণিকাই স্বৰূপ আতৰৰ পৰা থিয় হৈ চাই থাকে। ধোৱা-মেলাৰ পিছত অজিতে মূৰত বেণ্ডেজ এটা মেৰিয়াই লয়।

অজিতৰ ঘৰত উপস্থিত হোৱা সকলৰ মাজৰপৰা দুই একে মনোভাব প্ৰকাশ কৰি তালৈ চাই কলে,—এই ঘটনা কিন্তু ইমানতে শেষ হবলৈ দিব নোৱাৰি। তুমিও উপযুক্ত ব্যৱস্থা লব লাগিব। মানুহে মানুহক হিংসা কৰিলে বুলিয়েই ইমানটোও কৰিবলৈ পায় নে ?

অজিতে ক'লে,—ইয়াতেই ঘটনাৰ শেষ বুলি নাভাৰিবাও, ই আকৌ বেছি উগ্ৰৰূপ ধাৰণ কৰা অসম্ভৱ নহয়।

উপস্থিত সকলৰ মাজৰপৰা এজনে ক'লে,—সেয়ে হলেতো মানুহ তিষ্ঠিবই নোৱাৰা হ'ল। আমি কওঁ

এই দোষৰ উপযুক্ত শাস্তি হব লাগে; ভৱিষ্যতে যেন এনে ঘটনা ঘটিব নোৱাৰে তাৰ দিহা হব লাগে।

—মানুহৰ অন্তৰ সলনি নহয় মানে সি অসম্ভৱ। মানুহৰ কুকৰ্মৰ ফল মানুহৰেই ভোগ্য। ব্যক্তিগত স্বাৰ্থৰ বাবে দুই একে এনেৰূপ ঘটনা ঘটাবলৈ চেষ্টা কৰিব পাৰে সঁচা, কিন্তু সি বাস্তৱত পৰিণত হবলৈকে আকৌ দহজনৰ সমৰ্থনৰ আৱশ্যক হয়। আমাৰ সমৰ্থনৰ ওপৰত নিৰ্ভৰ কৰিয়েই এই ঘটনা ঘটিছে আৰু সি পুনৰ নঘটি-বলৈ হলেও আমাৰ সমৰ্থনৰ অভাৱতেই হব লাগিব।

অন্য এজনে ক'লে,—সেইবোৰ বিচাৰৰ সময় এতিয়া নহয়। এই ঘটনাৰ বাবে যি সকল আচলতে জগৰীয়া তেওঁলোকক এনেয়ে সাৰিবলৈ দিব নোৱাৰি। তুমি থানাত খবৰ দিয়া ভাল হব।

অজিতে হাঁহে। সি কয়,—শান্তি ভঙ্গ হলেই যেতিয়া শান্তি-ৰক্ষকৰ কাষ চাপিলে আৰু কি হব? এতিয়া তাকে কৰিবলৈ গ'লে বেছি অশান্তিৰ সৃষ্টি হোৱাও একো আচৰিত নহয়। প্ৰমাণ সংগ্ৰহ কৰা, সাক্ষী যুগুত কৰা, জাউৰিয়ে জাউৰিয়ে প্ৰশ্নৰ উত্তৰ দিয়া আৰু কত কি। —মোৰ দ্বাৰা অসম্ভৱ। তদুপৰিও কাৰো প্ৰতি মোৰ খিয়াল ভাৱ নাই যে তাৰে চালিত হৈ এনেকা দিয়াৰ ব্যৱস্থা

কৰিবলৈ লাগি যাওঁ।

—তেন্তে যাৰ যি ইচ্ছা তাকেই কৰক আৰু মনে মনে সকলোকে সহি যোৱা। বাধা নাপালে অশান্তি বাঢ়িবই। তোমাৰ যিয়েই ভাব নহওক, আমি আৰু এইবোৰ সহি নাথাকিম।

—বাধা পৰিবই, ভাইসকল! মানুহৰ ওপৰত মানুহৰ অত্যাচাৰ চিৰদিন টিকিব নোৱাৰে, মানুহে তাক সদায় সহ্য নকৰে। মূৰত কোব পৰাত যি কষ্ট পোৱা নাই সেই কষ্ট পাইছোঁ মানুহৰ অধঃপতন দেখি। এই অধঃপতন অবাধে চলিব নোৱাৰে।

কথা কোৱাৰ লগে লগে অজিত উঠি বাহিৰলৈ ওলাই গ'ল যেন হঠাতে কিবা তাৰ মনতহে পৰিল।

এজনে ক'লে,—পাওক এতিয়া মজা পালি। কোন সিহঁত যে বিনাদোষে মানুহক এইদৰে টঙনিয়াই সাৰি যাব?

উপস্থিত সকলৰ ধাৰণা,—প্ৰতিকাৰৰ কিবা দিহা কৰিবলৈকেই অজিত ওলাই গ'ল, হয়তো থানাতেই খবৰ দিবগৈ।

অজিতৰ আইতাকে ক'লে,—সৰুটিৰে পৰা অজিতক দেখি আহিছোঁ; মোৰ ভাব নহয় যে সি এই বিষয়ে

কিবা কৰিব। তোমালোকে চকু নাৰাখিলে কেতিয়াযে তাৰ কি হয় কব নোৱাৰেঁ।। নিজৰ কথা সি কোনো দিনেই নাভাবিলে।

তেওঁ দুৰ্ব্বল হাতেৰে সোতোৰা গালৰ ওপৰেদি বৈ পৰা চকুপানী দুধাৰি মচিলে। কমলা গধুৰ মনেৰে ওলাই গ'ল।

আন এজনে ক'লে,—আমিও বহি নাথাকোঁ।; ঘটনা ইমান দূৰ পাইছে যেতিয়া আৰু চাই থাকিব নোৱাৰি। তেওঁলোকে অতদিন আমাক ভয় দেখুৱাই বশ কৈ ৰাখিলে ৰাখিলে, এতিয়া আৰু নোৱাৰিব। অজিত বোপাই কেৱল উ বুলিলেই হ'ল।

কণিকাই ওচৰতে থিয় দি সকলো কথা শুনি আছিল। তাই ভাবিলে, এদিন নহয় এদিন অজিতৰ আদৰ্শ কাৰ্য্যত পৰিণত হব। তাইৰ ভাল লাগে। লগে লগে প্ৰাণে তাইৰ হাহাকাৰ কৰি উঠে অজিতৰ অৱস্থাত। তাইৰ বাবেই অজিতৰ আজি এই অৱস্থা নহয় নে? অন্তৰত বাৰে বাৰে উঠা এই প্ৰশ্নই তাইক অস্থিৰকৈ পেলায়। তাই ভিতৰ সোমাই যায় আৰু অশান্তিৰ উপশম বিচাৰি চকুপানীৰ আশ্ৰয় লয়গৈ।

* * * *

দূৰৰেপৰা কবৰখানাত মানুহ দেখিবলৈ পোৱাত অজিতৰ সন্দেহ হ'ল যে হয়তো ছোফিয়াই মাক-বাপেকৰ ছিয়া উদঙাই আতৰিছে। কবৰখানালৈকে সি খোজ ললে। ৰফিকে পগলাটোৰ দৰে দৌৰি আহি অজিতক ক'লে,—ছোফিয়াই আপোনাৰ লগত ধেমালি কৰি ভাল পাইছিল। যদি কেতিয়াবা তাই দোষ কৰিছিল আপুনি ক্ষমা কৰিব—ক্ষমা কৰিব। ঘূৰি আহি আৰু নাপালোঁ, বোপাদেউতা! ইয়াৰ মাজতেই মোৰ চেনেহৰ ছোফিয়াই ফাঁকি দি গুচি গ'ল।

অজিতৰ মুখত কথা নাই, মন তাৰ গধুৰ। ৰফিকৰ কথাই তাৰ প্ৰাণ বৰকৈ চুইছিল। সি আপোন মনতে ক'লে —দয়াময়! ইয়ো তোমাৰ দয়াৰ নিদৰ্শন নে?

(১৯)

জিলাধিপতিৰ অনুপস্থিতিত অতুলেই ছোৱালী হাই-স্কুলৰ বঁটা-বিতৰণী সভাৰ সভাপতিত্ব কৰিব লগা হ'ল পৰে। চিলাইৰ কাম, ছবি অকা, গীত গোৱা, নচা, ভাও দিয়া আদি বিষয়ত ছোৱালীসকলৰ পটুতা দেখি সি বৰ ভাল পায়। বিশেষকৈ অমিয়াৰ গীত দুটি, আবৃত্তিটো আৰু ৰচনাখন সৰ্ব্বাঙ্গসুন্দৰ হোৱা বুলি তাৰ সুদৃঢ় ধাৰণা। এই ছোৱালীজনীয়ে লাভ কৰা কেইবাটিও বঁটাৰ মাজেদি ঘোষিত হৈছিল তাইৰ বিশেষ প্ৰতিভা। তাইৰ আবৃত্তিটো আৰু ৰচনাখনত প্ৰকাশ পোৱা দুখীয়া-দৰিদ্ৰৰ প্ৰতি দৰদে সকলোৰে প্ৰাণত স্পন্দন তুলিছিল আৰু সেই স্পন্দনৰ ঢৌ অতুলেও অনুভৱ কৰিছিল।

সিদিনা মৃণাল বৰুৱাৰ লগত ডেওঁলোকৰ ঘৰলৈ গৈ অমিয়াৰ সৈতে ভালকৈ পৰিচিত হ'বৰেপৰা অতুলৰ অন্তৰত তাইৰ বাবে এডোখৰ ঠাই যুগুত হৈ উঠিছিল।

বঁটা-বিতৰণী সভাৰ পিছত অমিয়ৰ প্ৰতি অতুলৰ ভাব আৰু বেছি প্ৰগাঢ় হবলৈ ধৰে। মৃণাল বৰুৱাই দিয়া সিদিনাৰ ইঙ্গিতক এতিয়া সি বিয়াৰ প্ৰস্তাৱ বুলিয়েই ধৰি লব খোজে আৰু এই বিষয়ে কেনে ধৰণৰ মতামত প্ৰকাশ কৰা উচিত সেই বিষয়েও চিন্তা কৰে। তাৰ মাক-পিতাক বৰ্ত্তমান, তেওঁলোকক উলাই কৰি সি একোকে কৰিব নোৱাৰে। বিশেষকৈ পিতাকৰ মত যে চহৰত বিয়া কৰোৱাৰ অনুকূল নহয় সি ভালকৈয়ে জানিছিল। হলেও, এতিয়া ডাঙৰ কাম পোৱাৰ পিছত পিতাকে তেওঁৰ নিজা মতত্কৈ তাৰ মতত অধিক মূল্য দিয়া একো অসম্ভৱ নহয়। কিন্তু নিজৰ মনটোকে যে অতুলে ঠিক কৰিব নোৱাৰে।

অতুলৰ অন্তৰত নায়িকাৰ ঠাই অধিকাৰ কৰিবলৈ দাবী বহুতৰেই। অবিবাহিত অতুলে নগৰলৈ আহি যি-সকল ছোৱালীৰ লগত মিলিবলৈ সুযোগ পাইছিল তেওঁলোকৰ একাধিকেই তাৰ যৌৱনৰ ওপৰত সাময়িক-ভাবে হলেও সঁচ বহুৱাবলৈ পাৰগ হৈছিল। ইলা, লীলা, অপৰ্ণা, ললিতা, কল্পনা যি কোনোকেই সি পাব পাৰে; কিন্তু বাছনিৰ মাপকাঠি বিচাৰি নাপায়। ইলাৰ চকিত চঞ্চল চাৱনি, লীলাৰ সুন্দৰ বেশভূষা আৰু

দোলায়িত গতি, অপৰ্ণাৰ চমৎকাৰ বাকপটুতা, ললিতাৰ কৃশ দেহ-লতা আৰু ভুলবুলীয়া গাল আৰু কল্পনাৰ চম্পাফুল বৰণা হাঁহি—প্ৰতিটোৱেই অতুলৰ মন আকৰ্ষণ কৰে। বেচাৰাই ঠিক কৰিব নোৱাৰে, কাক এৰি কাক লয়; কাক লৈ কাক এৰে। একো একোবাৰ আটাই-বোৰে সকলো অস্ত্ৰ-শস্ত্ৰেৰে অতুলৰ মানস ৰাজ্যত উপ-স্থিত হৈ তাক উৱাদিহ নোপোৱাত পেলায়। এই ভাবকাপুৰুষে অনতিদূৰত নতুনকৈ আকৌ দেখা দিছেহি অমিয়।

নীলিমাৰ নীল-চোতালৰ লুকাভাকু খেলৰ দৰে অতুলৰ মনৰ চোতালতো লুকাভাকু খেল। তাকে উপভোগ কৰি সি পৰম তৃপ্তি পায়, তাৰ অৱসান হোৱা কথা সি ভাবিবও নোৱাৰে। তাৰ কামনা যেন তাৰ অন্তৰ-আকাশ চিৰদিনেই বিজুলীবালাৰ ৰঙ্গমঞ্চ হৈ ৰয়! অতুলৰ স্থিৰ গম্ভীৰ মন মদনৰ ফুলশৰৰ মৃদু আঘাতত চঞ্চল।

অতুলৰ মনত মাজে সময়ে বিয়াৰ প্ৰশ্ন জাগিলেও বিয়াৰ নামত যেন সি ভয় পাব খোজে। বিয়া নোহোৱা বাবে যিখন উদ্যানত মুকলিমূৰীয়াকৈ বিচৰণৰ সুযোগ সি পাইছে বিয়া হোৱাৰ পিছত যদি তাতৈ

প্ৰৱেশৰ পথ ৰুদ্ধ হৈ যায়। কতজনীয়েই সি আজি আশাৰ ধন, কতজনীকেই সি আজি ভৱিষ্যতৰ নায়িকা হিচাবে ভাবিবলৈ পাৰগ হৈছে, কিন্তু বিয়াৰ পিছত! অভিজ্ঞতা তাৰ নাছিল, ভালেই আছিল। কিন্তু এবাৰ তাৰ সোৱাদ লাভ কৰাৰ পিছত তাৰপৰা বঞ্চিত হবলৈ সি টান পাইছে। কঠিন বাস্তৱতাৰ পৰশত যদি সুখৰ সপোন চুৰমাৰ হৈ যায় অতুলে তাৰ সমুখীন নহবই খোজে।

আকৌ এক নতুন চিন্তাত পৰে অতুল। কমলা গাওঁলীয়া ছোৱালী হলেও নানা কাৰণে তাইৰ প্ৰতি বিশেষ আকৰ্ষণ এটি সি অনুভৱ কৰি আহিছিল। এই আকৰ্ষণৰ শেষ পৰিণতি কেনে বিধৰ হব পাৰে সেই সম্পৰ্কে অতুলে চিন্তা কৰা নাছিল। এতিয়া নগৰত লাভ কৰা নতুন অভিজ্ঞতাই ৰূপহী, বুদ্ধিমতী কমলাক অন্য চকুৰে চাবলৈ তাক উদগায়। কমলাৰপৰা পোৱা চিঠিও আছিল এই উদগণিৰ অন্যতম কাৰণ। তাইৰ চিঠি আন্তৰিকতাৰে ভৰপূৰ হলেও তাত চঞ্চলতাৰ আভাস নাছিল। তথাপি চিঠি পাই অতুলে বৰ আনন্দ পায়, কিবা এক নতুন পুলক অনুভৱ কৰে। ইমান দিনে কমলাৰ বিষয়ে কেৱল সিয়েই চিন্তা কৰিছিল,

তাইৰ ভিতৰত তাৰ প্ৰতিধ্বনিৰ গন্ধ পোৱা নাছিল। এতিয়া কমলাৰ চিঠিত তাকেই যেন সি পালে। চিন্তাত পৰিবৰেই কথা।

নিজৰ ভিতৰলৈ অহা পৰিবৰ্ত্তনৰ দৰে অতুলে আইনৰ ভিতৰতো পৰিবৰ্ত্তন দেখিবলৈ পায়। কেৱল কমলাৰ ভিতৰতেই যে সি নতুন ভাবৰ অনুসন্ধান পায় তেনে নহয়, অজিতৰ ভিতৰতো পৰিবৰ্ত্তন অনুমান কৰে। এই অনুমানে নিশ্চয়ৰ ৰূপ লোৱাত অজিতৰ প্ৰতি তাৰ বিদ্বেষৰ সঞ্চাৰ হয়। কমলা সম্বন্ধে অজিতক বিশ্বাস কৰি ভুল কৰা বুলিয়েই সি ভাবিবলৈ ধৰে। এচৰা ওচৰত তাইৰে সৈতে অজিতে ভাবৰ আদান-প্ৰদানৰ সুযোগ নোলোৱাকৈ থকা নাই বুলি সি ভাবে। তাৰ এই ধাৰণাৰ পোষকতা কৰিবলৈ অজিত আৰু কণিকা সম্বন্ধে লোকে কোৱা-মেলা কৰা কথাবোৰ আছিলেই। কমলাই অতুললৈ চিঠি দিয়ে অজিতৰ চিঠিৰ লগত। অতুলে ধৰ বেয়া পায়। অকলে চিঠি দিবলৈ পালে কিজানি কত কথাকেই তাই ভাঙিলেহয়। কিন্তু জগৰীয়া যে সি নিজেই। তাৰ অনুতাপ হয়।

অজিতৰ প্ৰতিও কোনোবা দিনা অতুলে অবিশ্বাসৰ ভাব পোষণ কৰিব পাৰে—ভাবিব নোৱাৰা

কথা। তেনেকৈয়ে অভাবনীয়, সি যে কমলাক কল্পনাতো উপভোগৰ সামগ্ৰী বুলি ধৰিব পাৰে। কিন্তু সকলো ভাব উলত-পালত হৈ যায়। উদ্ভ্ৰান্ত যৌৱন? যৌৱনৰ ভুল?

(২০)

বহুদিনৰ মূৰত মাত্ৰ এদিনৰ বাবে কণিকা ৰূপনাথহঁতৰ ঘৰলৈ আহিছিল। ৰূপনাথৰ পিতাকেই তাইক লগত লৈ আহে। কণিকাৰ অৱস্থাত ৰূপনাথৰ পিতাকে দুখ পাইছিল। হলেও সমাজৰ ভয়তেই হওক বা সামাজিক নিয়মমতে তাইৰ প্ৰতি আগতকৈ বেলেগ ধৰণৰ ব্যৱহাৰ দেখুৱাব লগাত পৰিব পাৰে বুলিয়েই হওক তেওঁ তাইক ঘৰলৈ আনি দুখ পচিওৱাৰ সুযোগ লবলৈ পৰা নাছিল। এতিয়া কণিকাৰ প্ৰতি সমাজৰ আগৰ ভাব কিছু শিথিল হোৱাত তেওঁ সেই সুযোগ লৈছিল। এইখিনিতে কৈ ৰখা আৱশ্যক যে সমস্ত যোৱাৰ লগে

লাগে তথাকথিত সমাজৰ বৰ্ত্তমানে খং থূপ খাই পৰিছিল গৈ অজিতৰ ওপৰত। অজিতৰ ওপৰত সমাজপতি সকলৰ আক্ৰোহ বৃদ্ধি পোৱাৰ পৰিমাণে কণিকাই তাৰ-পৰা অব্যাহতি লাভ কৰে। অজিতৰ হাত নাথাকিলে এই ঘটনাই কেতিয়াও এনে ৰূপ লব নোৱাৰে আৰু গতিকে তাৰ আস্পৰ্দ্ধাৰ পোতক তুলিব নোৱাৰিলে যে সমাজৰ নাক নথয়! তাৰ ওপৰত সমাজপতি সকলৰ খং ইমান দূৰ পাইছিল গৈ যে যি কোনো উপায়ে তাক কাবু কৰিব পাৰিলে তেওঁলোকে অইন আৰু একোকে নিবিচাৰে।

মৃত্যুৰ পূৰ্ব্বতে কণিকাৰ পিতাকে ৰূপনাথৰ পিতা-কৰ হাতত পাঁচ শ টকা ৰূপ এৰিছিল কণিকালৈ বুলি। বাহিৰত যিমানেই সুস্থিৰ নেদেখুৱালেও জীয়েকৰ ভাগ্য-বিপৰ্য্যয়ত পিতাকৰ চিন্তাৰ শেষ নাছিল। ভৱিষ্যতে তাই যি কোনো অৱস্থাতেই পৰিব পাৰে বুলি তাইৰ বাবে যিমানেই সামান্য নহওক কিবা এফেৰা কৰি থবলৈ তেওঁ স্থিৰ কৰে। যিখিনি আছে কনকে তেওঁলোকৰ অবৰ্ত্তমানতো তাৰ ওপৰতেই চলি যাব পাৰিব। কিন্তু এবাৰ উলিয়াই দিয়া জীয়েকৰ যে কেউফাল সুদা। তাকে গুণিয়েই তেওঁ জীয়েকৰ বাবে

এই ফেৰা ব্যৱস্থা কৰে। কণিকাই সকলো জানে; হলেও আজিলৈকে এই বিষয়ে তাই ৰূপনাথৰ পিতাকৰ আগত কথাটিও উলিওৱা নাই, উলিওৱাৰ আৱশ্যকো অনুভৱ কৰা নাই। ৰূপনাথৰ পিতাকে হ'লে কণিকাৰ বস্তু কণিকাক গতাই দিয়াৰ সুবিধা বিচাৰিয়েই আছিল। এই সুযোগতে সেই বিষয়েও তেওঁ কণিকাৰে সৈতে আলোচনা কৰে।

ৰূপনাথৰ বুঢ়া পিতাকে ভাবে যি কোনো মুহূৰ্ত্তে তেওঁৰ দেহ পৰিব পাৰে। তদুপৰিও একেই তেওঁ অভাৱগ্ৰস্ত, তাতে আকৌ কিছুদিনৰপৰা বৰপুতেক ৰূপনাথৰ ধৰিব নোৱাৰা আন্তৰিক ব্যাধি। নিজৰ হাতে-কোচে একো নাই যেতিয়া পুত্ৰস্নেহত আতুৰ হৈ কণিকাৰেই যিকণ তেওঁৰ হাতত আছে তাৰ তলি উদংকৈ পেলোৱাও তেওঁৰ পক্ষে একো অসম্ভৱ নহয়। এনে এক অৱস্থাত পৰিবলীয়া নহবলৈকেও তেওঁ অন্যৰ ধন আৰু হাতত ৰাখিব নোখোজে। সকলো কথা তেওঁ কণিকাক ভাঙি-পাতি কয় আৰু তায়ো সেইবোৰ শুনি যায়।

ৰূপনাথৰ শাৰীৰিক অৱস্থাত কণিকা আতংকিত হয়; তাইৰ আতঙ্ক ওপজে। ইমান সোনকালে যে ইমানটো

পৰিবৰ্ত্তন মানুহৰ শৰীৰলৈ আহিব পাৰে তাই ভাবিব নোৱাৰিছিল। ৰূপনাথৰ মুখৰ চেহেৰাত বিশেষ পৰিবৰ্ত্তন সতকাই ধৰা নপৰিলেও অতিকৈ হ্ৰাস পোৱা তাৰ শৰীৰে যি কোনোকেই তাৰ এই পৰিবৰ্ত্তনৰ কথা কৈ দিয়ে। তাৰ কামীহাড় কেইডালে বুকুৰ ওপৰত যেন গণনাৰ অঙ্কহে বহুৱাই দিছিল। তাৰ গাল-মুখত এতিয়াও যি অলপ জীপ আছে সি নহলে ৰূপনাথক ৰূপনাথ বুলি চিনিবলৈয়ে টান হ'ল হয়।

ৰূপনাথৰ বিছনাৰ ওচৰত থিয় হৈ কণিকাই সুধিলে,—এতিয়া কেনে পাইছে?

ৰূপনাথ বেমাৰী হ'লেও একেবাৰে শয্যাশায়ী বা তেনেই লৰচৰ কৰিব নোৱাৰা নহয়। সিহঁতৰ ঘৰলৈ কণিকা অহা গম সি পায়। তথাপি তাইৰে সৈতে কথা পতাৰ সুযোগ লবলৈ সি চেষ্টা কৰা নাই। তাৰ কাৰণ অইন যি কি নহলেও আগ্ৰহৰ অভাৱ নহয়। ৰূপনাথৰ মাক আৰু পেহীয়েকেক মাত-বোল দিয়াৰ পিছত ভৰি-হাত ধুই উঠি তাৰ পিতাকেৰে সৈতে কণিকাই বিশেষ কথা পাতে। এইদৰে কিছু পৰ যোৱাৰ পিছত তাই ৰূপনাথৰ ঘৰ সোমাই তাৰ বিছনাৰ কাৰলৈ আহিল। সেই সময়ত সিপিনলৈ মুখ দি ৰূপনাথ পৰি আছিল শুকা পাৰে।

কোনোবা কাষলৈ অহা গম পোৱাতো ঘূৰি চাবলৈ তাৰ প্ৰবৃত্তি হোৱা নাছিল। কণ্ঠস্বৰৰ পৰা কণিকাৰ উপস্থিতি অনু-ভৱ কৰি সি ইমুখ দিলেও চকুৱে তাৰ অন্য কাললৈকেই চাই ৰ'ল। পৰি থাকিয়েই সি ক্ষীণ মাতেৰে কণিকাৰ প্ৰশ্নৰ উত্তৰ দিলে অতি চমুকৈ—ভালেই।

ৰূপনাথৰ অৱস্থা বুজি পাবলৈ কণিকাৰ মুঠেই সময় নালাগিল। সি একেটি মাথোন শব্দেৰে তাইৰ প্ৰশ্নৰ উত্তৰ দিলেও তাৰ ভিতৰেদিয়েই তাই তাৰ অন্তৰলৈ অহা হতাশ ভাৱৰো আভাস পালে। তথাপি অলপো আচৰিত নোহোৱা যেন দেখুৱাই তাই ক'লে,—ভাল পালেই ভাল। হলেও, সোনকালে আৰোগ্য লাভ কৰিবলৈ যথোচিত ব্যৱস্থা লোৱা উচিত।

—চিৰদিনলৈকে আৰোগ্য লাভ কৰা বাটেই সমুখত মুকলি, কণিকা। অৱশ্যে সি সোনকালে হৈ নুঠিবেই কথা; যেহেতু পাপৰ পৰাচিত এতিয়াও বাকী।

—মনৰ এই দুৰ্ব্বলতা আপুনি এৰিব লাগিব। মনৰ লগত শৰীৰৰ বিশেষ সম্বন্ধ যেতিয়া মনৰ দুৰ্ব্বলতাই শৰীৰৰ আৰো বেছি অনিষ্টহে সাধিব। এইবোৰ চিন্তা এৰি মনটো সবল কৰি লওক।

—বুজিবলৈ শক্তি থকাতো আজি মই বুজনিৰ

অতীত, কণিকা। কৰ্ম্মফলেই বুলিছোঁ। বহু কথাকেই তোমাক জনাবলৈ মোৰ আছে। সুযোগ তাৰ নাপাম বুলিয়েই ভাবিছিলোঁ। তেও কাষলৈ আহিলা যেতিয়া সকলো কথাকে তোমাক ভাঙিব খোজোঁ। তোমাক এনেকৈ কাষত পোৱাত সকলো ভাঙি-পাতি কোৱাৰ স্পৃহা মোৰ উগ্ৰ হৈ উঠিব ধৰিছে।

—বেছি কথা কোৱা যে আপোনাৰ পক্ষে অনিষ্টকৰ। অন্য চিন্তা এৰি পেলাওক। ভাল হৈ উঠাৰ পিছতো সেইবোৰ কবলৈ সুযোগ পাব।

—মোৰ এতিয়াৰ মন অধ্যয়ন কৰিব নোৱাৰা গুণেহে তুমি তেনেকৈ কৈছা। কম সময়ৰ ভিতৰত হলেও কেৱল শৰীৰলৈকেই পৰিবৰ্ত্তন অহা নহয় মনৰ গতিৰো যথেষ্ট সলনি হৈছে। ভুল মোৰ আৰু বুজিবলৈ বাকী নাই। কত ঘটনাৰ স্মৃতিয়ে যে দিনে-ৰাতিয়ে ডেই-পুৰি মাৰিবলৈ ধৰিছে! সেইবোৰ গোপন কৰি যন্ত্ৰণাৰ বোজা আৰু কিমান দিন কঢ়িয়াম? আতৰি যোৱাৰ পূৰ্ব্বে দুদিনলৈ হলেও শান্তিৰ অধিকাৰী হোৱাৰ আশা জাগে।

—দুৰ্ব্বল মনত সাধাৰণ ঘটনাৰো বহুল প্ৰতিক্ৰিয়া হয়। অনুৰোধ কৰিছোঁ আপুনি যেন তাক আমোল নিদিয়ে।

—মন মোৰ দুৰ্ব্বল হলেও বিকাৰগ্ৰস্ত নহয়। কিন্তু যিবোৰ কথা অন্তদিনে: প্ৰবল বেগেৰে অন্তৰত ঘূৰি-পকি আছে সেইবোৰ প্ৰকাশ কৰিবলৈ সুযোগ লব নোৱাৰিলে হয়তো বিকাৰ গ্ৰস্ত হবলৈকেও আৰু বেছি পলম নালাগিব। তুমি সকলো অত্যাচাৰকে সহিব পাৰিছা; কাৰণ, তোমাৰ এটা বল আছে—তুমি একো অপৰাধ কৰা নাই। দহৰ চকুত নিৰ্ম্মল হৈও মই অসহ্য যন্ত্ৰণা ভোগ কৰিছোঁ; কাৰণ, একোপধ্যেই মই পাহৰিব নোৱাৰোঁ যে তোমাৰ অৱস্থাৰ বাবে দায়ী ময়েই।

ৰূপনাথৰ অৱস্থালৈ চাই কণিকা মনে মনে ৰ'ল। তাৰ ভাল অৱস্থা হোৱা হ'লে ঘৰলৈ মাতি আনি অপমান কৰাবুলি কিজানিবা তাই তিলমানো তাত নিতিষ্ঠিলেই হয়। আজি কিন্তু তাই ঘটনাৰ সোঁতত ৰূপনাথক পুতৌ নকৰি নোৱাৰিলে। কেৱল মনতে এবাৰ ভাবিলে কি দুৰ্ভাগ্য তাইৰ, মৰণ-পথৰ যাত্ৰীয়েও তাইক ইতিকিং কৰিবলৈ নেৰে।

ৰূপনাথে কৈ গ'ল—সিদিনা ৰাতিৰ ঘটনা; শুনিলে হয়তো তোমাৰ অন্তৰ মোলৈ ঘৃণাৰে ভৰি পৰিব। বৰপক্ষৰ লগত ময়ো যাওঁ তোমালোকৰ গাওঁলৈ। বিয়াঘৰত

হঠাতে দেখিবলৈ পাওঁ তোমাক আৰু অন্তৰত মোৰ জাগি উঠে এক দুৰ্দ্দমনীয় কামনা। চোতালৰ এফালভৰা তিৰোতাসকলৰ মাজত মোৰ দুচকুৱে বাৰে বাৰে তোমাকে বিচাৰিব ধৰে। যেতিয়া ধাৰণা হল তুমি হয়তো ঘৰলৈ উভতিছা, বিয়াঘৰত বৈ থকা মোৰপক্ষে অসম্ভৱ হৈ উঠিল। কোনো এক কাৰণ দেখুৱাই তাৰ পৰা আহৰি পৰিলোঁ। তোমালোকৰ থকা মেলা সম্পৰ্কে ভালেমান কথাকেই আগৰেপৰা মই জানি ৰাখিছিলোঁ। লাহেকৈ দুৱাৰত হাত দিলোঁ। আৰু হাত দিয়া মাত্ৰেই সি মেল খাই গ'ল। ঘটনাৰ বাকী অংশ আৰু বিবৰি কোৱাৰ আৱশ্যক নাই, তুমি তাক সহজতে ধৰি লব পাৰিবা।

কণিকাৰ জীৱনৰ এই ঘটনাটো ইমান দিনলৈকে যি ৰহস্যৰ আৱৰণেৰে ঢকা আছিল সি আজি নাইকিয়া হৈ গ'ল। ৰূপনাথৰ কথাৰ পিছত ঘটনা সম্পৰ্কে তাইৰ অন্তৰত তিলমানো সন্দেহৰ থল নৰ'ল। এই ঘটনালৈয়ে কি উগ্ৰ চিন্তাত তাই পৰিছিল, কত ভাবে নিজৰ ভিতৰত সেই বিষয়ে মীমাংসা কৰিবলৈ চেষ্টা কৰিছিল, কতবাৰ মীমাংসা সলাবলৈ বাধ্য হৈছিল। আজি কিন্তু তাইৰ সকলো চিন্তা, সকলো কল্পনা স্তব্ধ হৈ পৰিল। তাই ভাবিলে—সমাজে তাইক দোষ দিয়াৰ যুক্তি আছে; খুবাক—

খুৰীয়েকৰ এই বিষয়ে ধাৰণা তেনেই অমূলক নহয়। একে সময়তে নানা চিন্তাই তাইৰ অন্তৰ সোমাই ধৈৰ্য্যৰ পৰীক্ষা কৰিবলৈ ধৰিলে। ধান-বনা বুকু এখন লৈ তাই ৰূপনাথৰ ফাললৈকেই চালে।

অলপ তলকা মাৰি ৰূপনাথে আকৌ ক'লে,—তুমাৰ মেল নাখালেই ভাল আছিল। ঘটনাৰ গতি কিজানিবা ইমান দূৰ নাপালেইহেঁতেন। কিন্তু কি কৰিবা—দুৰ্ভাগ্য মোৰ, দুৰ্ভাগ্য তোমাৰ। ইমানতো কিন্তু মোৰ পৈশাচিক ভাব সৈমান নহ'ল। তোমাৰ প্ৰতি সমাজে বিধান কৰা শাস্তিত মই বিচলিত হোৱা নাছিলোঁ, তাৰ পৰা হেবোৱা সুযোগ আকৌ আহিব বুলিয়েই আশা কৰিছিলোঁ। কিন্তু তুমি অজিতৰ কাষ পোৱা বাতৰিয়ে মোক অস্থিৰ কৰি তুলিছিল। তোমাৰ প্ৰতি হৈছিল ক্ৰোধ, অজিতৰ ভাগ্যত উপজিছিল হিংসা। কত কৌশলেৰে কত কথাকেই অজিতৰ কাণত পেলাওঁ এই একেটি আশাকে লৈ যেন তোমাৰ প্ৰতি তেওঁৰ সন্দেহ হয়, যেন তোমাক আশ্ৰয় দিবলৈ তেওঁ অসম্মত হয়। কিন্তু মোৰ সকলো চেষ্টা ব্যৰ্থ হৈ যায়। কেৱল অইনৰ কথাৰ ওপৰতে অজিতৰ ধাৰণা নিৰ্ভৰ নকৰে।

কণিকাৰ গোটেইটো গা শিয়ৰি উঠে। আজিলৈকে

অজিতে তাইক একোকে নকলেও তাইৰ বিষয়ে সি যে কত কথাকেই নাজানিছে। তাইৰ দুৰ্ভাগ্যৰ অংশ অজিতে লবলগীয়া হোৱাটো তাইৰ পক্ষে আৰু বেছি দুৰ্ভাগ্য বুলিয়েই তাই ভাবি ল'লে। তাইৰ অৱস্থাৰ বাবে সম্পূৰ্ণ দায়িত্ব ৰূপনাথৰ বুলি জানিবলৈ পায়ো তাৰ শৰীৰ-মনৰ গতিলৈ লক্ষ্য কৰিয়েই হওক বা নিজৰ জীৱনৰ প্ৰতি ওপজা আওহেলাৰ বাবেই হওক তাই কোনো কথাকে তাক বেয়াকৈ নকলে।

ৰূপনাথে কয়,—তোমাৰ যে সৰ্ব্বনাশ কৰিছোঁৱেই, কনকৰো ভৱিষ্যতলৈ একো থোৱা নাই। তোমাৰ পিতেৰাৰ নামে মিছা ঋণপত্ৰ কৰা হৈছে, আদালতত তাক দাখিল কৰি তেওঁ এৰি যোৱা জমী-জমা সমস্ত ক্ৰোক কৰি লোৱা হৈছে যেন কনকে আৰু কোনো দিনে একো দাবীদাবা কৰিব নোৱাৰে। তোমাৰ খুৰায়েৰা আৰু গাওঁৰ মুখিয়াল সকলৰ এই অভিসন্ধি পূৰণত মই সহায় কৰিছোঁ, আদালতত সাক্ষ্য দিছোঁ। কনকৰ বেয়া হওক বুলি এইবোৰ কৰা নাই, কৰিছোঁ কেৱল তোমাৰ আচৰণৰ প্ৰতিশোধ লোৱাৰ অভিপ্ৰায়েৰে। মই আৰু মানুহত থকা নাই কণিকা, মই পশু, নহয় পশুতকৈয়ো অধম। তুমিযে কনেকৈ ইমান পৰে মোলৈ থু নেপেলাই

বৰ পাৰিছা কৰ নোৱাৰোঁ। সকলো দোষৰ বাবে আজি তোমাৰ ভৰিত ধৰি ক্ষমা মাগিম। পাৰিলে ক্ষমা কৰিবা নোৱাৰিলে তোমাৰ যেনে ইচ্ছা শাস্তি বিধান কৰিবা, মই মূৰ পাতি বহন কৰিম। মোৰ হিয়াৰ বেদনা তোমাক বুজাব নোৱাৰোঁ। কত যে বিভীষিকা দিনে ৰাতিয়ে সমুখত দেখিব ধৰিছোঁ।

ৰূপনাথে অসহ্য যন্ত্ৰণাত ধৰ্ফৰ্ ছট্ফট্ কৰিবলৈ ধৰিলে। কণিকাৰ ভয় হ'ল, বেয়াও লাগিল; তাই ক'লে—কলোঁৱেই নহয় যে এইবোৰ উলিওৱাৰ একো দৰকাৰ নাই। মোৰ কথা কেও নুশুনিলে। অলপ ৰব, তেওঁলোকক মাতি আনোঁগৈ।

ৰূপনাথে হাক দি ক'লে,— কাকো নামাতিবা, কেৱল তুমি আৰু মই। এতিয়াও মোৰ অন্তৰৰ বোজা সুলকি পৰা নাই, আচল কথা এতিয়াও বাকী। তোমাক যে এনেকৈ আৰু কেতিয়াবা পাম আশা নাই। মোৰ অৱস্থাত অধৈৰ্য্য নহবা।

ৰূপনাথে ইলুটি সিলুটি কৰিবলৈ ধৰিলে। লগে লগে কৈ গ'ল,—বৰ যন্ত্ৰণা কণিকা, একোতেই শান্তি নাপাওঁ। পাৰিলে তোমাৰ হাতখনকে এবাৰ দিয়া, জিৰানিৰা তাৰ নিষ্পাপ পৰশত শান্তি এধান পাওঁৱেই।

ৰূপনাথে যুবক-যুবতীক হাত এখন কণিকাৰ ফাললৈ মেলি দিলে। ৰূপনাথৰ অস্থিৰতাই কণিকাক বিশেষ ভাবিবলৈ সকাহ দিয়া নাছিল। তাই দিও নিদিওঁকৈ হাত এখন আগবঢ়াই দিলে। ৰূপনাথে কণিকাৰ হাত-খন বুকুৰ ওচৰলৈ আনি হঠাতে এৰি দি ক'লে,—নাই, মোৰ পাপ পৰশত তোমাৰ নিৰ্ম্মল হাত কলুষিত হব। একোতেই তুমি এনে অধিকাৰ মোক দিব নোৱাৰা।

আপোনা আপুনি উত্তেজিত হৈ উঠে ৰূপনাথ। সি কৈ যায়,— কোন ফালেদি যে তোমাৰ অনিষ্ট হোৱা নাই মোৰ পৰা! শঙ্কৰলৈ তোমাক দিয়াত মোৰ অসহ্য হৈ উঠিছিল। শঙ্কৰ মোৰ সহপাঠী বন্ধু, তথাপি তোমাৰে সৈতে তাৰ মিলন মই সহিব নোৱা-ৰিলোঁ। তোমাৰ মোৰ ভিতৰৰ নানা কাল্পনিক আখ্যান তাৰ কাণত পেলাই তাক অস্থিৰ কৈ তোলোঁ। বেনামী চিঠি পৰ্য্যন্ত তাৰ হাতত পৰিছিল গৈ। তোমাৰ ওপৰত তাৰ সন্দেহ ওপজে আৰু সেই বাবেই মাৰা পিতেৰাৰ ঘৰলৈ তোমাক আহিবলৈ ক সি সহজতে সম্মতি নিদি-ছিল। তোমাৰ পিতেৰাই যে মোক অবিশ্বাস নকৰে সেই কথা সি জানিছিল। ইয়াকো সি বুজিব পাৰিছিল যে মোৰ বাবেই তোমাৰ পিতেৰাই তাৰ প্ৰতি ভাল

ব্যৱহাৰ নকৰিছিল। তুমি সেই বাৰ তাৰ কথা শুনিও পিতেৰাৰ কথামতে ঘৰলৈ অহাত কোব্যৰাই বৰ মানসিক আঘাত পায়। তাৰ ধাৰণা হয় যে মোৰ প্ৰতি আকৰ্ষণেই তোমাৰ তেনেকৈ অহাৰ কাৰণ আছিল। তোমাক দুদিন থাকিয়েই সি ঘূৰি যাবলৈ কোৱাতো তুমি নগলা বা পিতেৰাই তোমাক যাবলৈ নিদিলে। তাৰ পিছতেই বাতৰি আহে—শঙ্কৰৰ মৃত্যুৰ। কোনো কোনোৱে কয়, সি কিবা কাৰণত নিজেই নিজৰ শেষ মাতি লয়। একো অসম্ভৱ নহয়। ভাবি চোৱা মোৰদ্বাৰা কি সৰ্ব্বনাশ সাধন হৈছে! আজি এইবোৰৰে ফল ভোগ কৰিবলৈ ধৰিছোঁ।

কণিকাৰ ধৈৰ্য্যৰ নাটনি হ'ল। সকলো পাহৰি অস্থিৰ চিত্তেৰে তাই কবলৈ ধৰিলে,—যথেষ্ট কৰিছে, ইয়াতকৈ বেছি আৰু কি কৰিব পাৰে? লালসাৰ বেদীত মানুহ বলি দিছে, মানুহৰ তেজেৰে বিকল পৈশাচিক বৃত্তিৰ তুষ্টি বিধান কৰিছে। আৰু কি কৰিব? তাতো সন্তুষ্ট নহৈ দুই নাকৰ পৰা ওলোৱা উগ্ৰ নিশ্বাসৰ বিষ-বাষ্পেৰে আগৰে পৰা দগ্ধ হৈ থকা মোৰ বুকুখন আকৌ পুৰিবলৈ দিহা কৰিছে। যি শাস্তি পাইছোঁ তাতো কি আপোনাৰ শান্তি অহা নাই? কি সৰ্ব্বনাশ কৰিলে মোৰ! এইবোৰ স্মৃতি লৈ মই থাকিম কেনেকৈ? তাতকৈ

যাবি পেলাওক; পৃথিবীত মোৰ চিন-চাব নাইকিয়া হৈ যাওক। প্ৰতিয়াও কওক এই সকলোবোৰে মিছা, মোৰ ওপৰত থকা দুষ্ট অভিপ্ৰায়ৰ উদ্দেশিতহে এইবোৰ কৈছে। মৰা অন্তৰলৈ নমৰি থকা যে কি ভীষণ অৱস্থা এবাৰ ভাবি চাওক।

নিৰ্ব্বিকাৰ হৈ ৰূপনাথে কণিকাৰ কথা শুনি যায়। কিছু দিনৰেপৰা কওঁ কওঁ কৈ থকা কথাবোৰ কণিকাৰ আগত আজি কৰলৈ পোৱাত তাৰ অন্তৰখন সি পাতল পাইছিল। সি ক'লে,— অকল এইখিনিয়েই নহয়, কণিকা, আকৌ বেছিকৈ কোৱা। তোমাৰ তিৰস্কাৰে মোৰ পাপ ধুই নিনিলে অকল অনুতাপেই তাক নোৱাৰিব। মোক শাস্তি দিয়া, মূৰপাতি লবলৈ মই সাজু। তোমাৰ ক্ষমা পাবলৈকে যিহকে কৰিবলৈ কোৱা তাকেই কৰিম। সঁচা কথা, শৰীৰ মন মোৰ সকলো গৈছে। তেও তোমাৰপৰা ক্ষমা পোৱাৰ আশাত যি কোনো অৱস্থাকেই আকোৱালি লবলৈ শক্তি মোৰ আহিব।

কণিকাই চকুলো ছুধাৰি মচি পেলাই তীব্ৰ স্বৰেৰে কয়,—গোটেই জীৱনতে অইনৰ অনিষ্ট সাধন কৰিলে, তথাপি মৰণৰ পৰতো স্বভাৱ নগল। বুজিছোঁ, মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে মানুহৰ অপকাৰ কৰাই অন্তৰৰ সক্ষা।

এনে হীন সঙ্কল্প পূৰণৰ সুযোগ দিবলৈকে ইয়াত বৈ থকা মোৰ পক্ষে অসম্ভৱ। পাপ নাতৰিলেও পাপৰ পৰা আতৰি থকা কৰ্ত্তব্য। এনে অমানুহ মনুহে নিজে আৰ্জ্জি লোৱা ফল ভোগ কৰাত বেয়া পোৱাও ভুল।

ততালিকে কণিকা ঘৰটিৰ পৰা ওলাই গ'ল। ৰূপনাথৰ মুখৰপৰা ওলোৱা ক্ষমা শব্দটো কণিকাৰ কাণত পৰিলেও তাই তাৰ কেৰেপ নকৰিলে। ৰূপনাথৰ পেহীয়েকে কণিকাৰ বিবৰ্ণ মুখ খনলৈ চাই ক'লে,—বৰ দুখ পাই আহিছ আই, অলপ কিবা মুখতহে দিব লাগে। ইমান বাট খোজ কাঢ়ি অহা কম কথা নে? দেহি ঐ, মুখ খনলৈ চাবই নোৱাৰি!

কণিকাই হাঁহিবলৈ চেষ্টা কৰা যেন দেখুৱাই ক'লে,—মোৰ খোজ কঢ়া অভ্যাস আছে, একো কষ্ট পোৱা নাই। এতিয়া আৰু একো নাখাওঁ। ৰাতিটো কটাবই লাগিব যেতিয়া একেবাৰে ভাতকে খাম।

ৰূপনাথৰ পেহীয়েকে কণিকাক নানা কথা কবলৈ ধৰিলে আৰু কণিকায়ো সেইবোৰ শুনি থকা যেন দেখুৱাই নিজৰ চিন্তাত মগন হ'ল। অগত্যা কেতিয়াবা হয় বা নহয় বুলি কৰ লগাত পৰিলেও কি কথাৰ মূৰকত যে তাক কৈছে তাই কৰ নোৱাৰিছিল। বুঢ়ীয়ে শেহত কণিকাৰ

অন্য মনস্ক ভাব বুজি পাই কিছু পৰলৈ তাইক অকলে এৰি থৈ গ'ল। ৰূপনাথৰ মাকে ইতিমধ্যেই ভাত-আঞ্জা বান্ধি উঠিছিল। সাজ গঢ়ি খোৱা মাত্রেই তেওঁ কণিকাক ভাত খাবলৈ মাতি নিলে। অইনে খোৱা নোখোৱাৰ বিচাৰ নকৰিয়েই তাই খাবলৈ বুলি গৈছিল। কোনোমতে চাঁৰী পাটি লোৱাই আছিল তাইৰ উদ্দেশ্য। চিন্তা কৰিবলৈ যে তাইৰ নিৰ্জ্জনতা একান্ত আৱশ্যক। ভাত তাই লাগি-চাৰি চোৱাহে বুলিব পাৰি, আচলতে খোৱা আক নহ'ল। খাবই বা কি, চিন্তাত যে তাইৰ পেতৰ ভাত চাউল হৈ যায়! তথাপি ৰূপনাথৰ মাক আক পেহীয়েকক দেখুৱাবলৈকে এনেয়ে দুগৰাহ মান গিলিলে। চুৱা থন পেলায়েই যুৰ কামোৰা বুলি ৰূপনাথৰ পেহীয়েকৰ ঘৰত মাটিতে বিছনা এখন পাতি তাই শুই পৰিল গৈ।

কণিকাই বিছনাত পৰি গভীৰ চিন্তাত মন-প্ৰাণ ঢালি দিয়ে। ৰূপনাথে কোৱা কথাবোৰ যিমানেই তাই ভাবে তিমানেই যেন তাইৰ মনটো উন্মাদ হৈ পৰে। শঙ্কৰৰ কথা ভাবি পাৰেমানে তাই কান্দে, অজিতৰ অযথা কষ্টৰ কাৰণ হোৱা বাবে নিজকে ধিকাৰ দিয়ে। গোটেইটো ৰাতি যি প্ৰবল ধুমুহা তাইৰ অন্ত-ৰত বৈছিল সি অনুভৱৰ হে বিষয়, বিবৰণৰ নহয়।

পিছদিনা ব্যতিপুৱা কণিকা যাবলৈ ওলাল। ৰূপ-নাথৰ পিতাকে টকা পাঁচ শ তাইৰ হাতত দিলেহি। টকাখিনি হাতত লৈ অলপ টলকা মাৰি তাই কিবা ভাবিলে। উগ্ৰ চিন্তাৰ মাজেদি ৰাতিটো অতিবাহিত কৰাৰ পিছত কণিকাৰ মনলৈ সুস্থিৰ ভাব আহিছিল। তাই ক'লে,—ইমান টকাৰে মই কি কৰিম? এতিয়া মোৰ নহলেই হ'লহেঁতেন। তথাপি তিনি শ টকা মই ল'লোঁ। বাকীখিনিৰে ভিনিহীদেউৰ চিকিৎসা কৰাওক, মই স্বইচ্ছাই দিলোঁ।

টকা দুশ তাই আগবঢ়াই দিয়াত ৰূপনাথৰ পিতাকে কৃতজ্ঞতাৰে হাত পাতি ল'লে। তেওঁ ক'লে,—এই সুযোগ নোলোৱাই উচিত আছিল; কিন্তু পুত্ৰস্নেহত আতুৰ মোৰ উচিত অনুচিত বিচাৰৰ ক্ষমতা লোপ পাইছে। আশাকৰোঁ মোক ভুলকৈ নুবুজিবা। তোমাৰ অৱস্থা জানিছোঁ, আই! এনে অৱস্থাৰ মাজতো এই উদাৰতাই তোমাৰ ঠাই আমাৰ অন্তৰত আৰু ওখলৈ নিছে। জীৱন থাকিলে তোমাৰ এই ঋণ পৰিশোধ কৰিম। মই নোৱাৰিলেও, ৰূপনাথ যদি বাচি উঠে, সি তোমাৰ দয়া কেতিয়াও পাহৰিব নোৱাৰে।

ৰূপনাথৰ মাকে কাষ চাপি আহি কণিকাক

সাৰটি ধৰে। মুখেৰে একো নকলেও তেওঁৰ চকুলোৱে কণিকালৈ কৃতজ্ঞতা প্ৰকাশ কৰিছিল। কণিকাই ক'লে, —কেনেকৈ কলে মোৰ বেয়া হে আশিৰ। মোক পৰ বুলি নাভাবিলেই মই ভাল পাওঁ। ঘৰ পৰিশোধৰ কথা আৰু যেন নোভোলে।

আগদিনাৰ ঘটনাৰ পিছতো যোৱাৰ আগেয়ে ৰূপনাথক এবাৰ চাই যোৱাৰ ইচ্ছা কণিকাই সামৰিব নোৱাৰিলে। তাই ঘৰ সোমাই ৰূপনাথৰ কাষলৈ আহিল। সি কণিকাক দেখিবলৈ পায়ো একো নামাতিলে। বাতিটোৰ ভিতৰতে ৰূপনাথৰ অৱস্থাৰ অৱনতিত কণিকা আচৰিত হয়। তাইৰ মন বেয়া লাগে যে পৰিয়ালটোৱে ওৰে ৰাতি তাৰ লগত ব্যস্ত হৈ কটোৱাতো তাই এবাৰ উঠি খবৰ নকৰিলে। ৰূপনাথলৈ চাই তাই ক'লে,—এতিয়া তেন্তে যাওঁ। সকলো কথা পাহৰি কেনেকৈ ভাল হয় তাৰেহে উপায় কৰক।

কণিকাৰ কথাৰে মন নকৰি ৰূপনাথে ক'লে,—পাৰিলে মোক ক্ষমা কৰি যোৱা, কণিকা।

কণিকাই ক'লে,—নিজেই নিজক ক্ষমা কৰক। মোৰ পৰা ক্ষমা নিবিচাৰিলেও হব।

ৰূপনাথে একেথৰে কণিকালৈ চাই ৰয়। চকুলোৱা

চকুৰ তাৰপৰা ওলাই যায় কণিকা। কপনাথে তাইৰ যি কি অনিষ্ট নকৰিলেও তাৰ বৰ্ত্তমান অৱস্থা আৰু তাৰ বাবে মাক-পিতাকৰ উৎকণ্ঠাত তাই বৰ উদ্বেগ অনুভৱ কৰে।

(২১)

নৈৰ পাৰৰ পথাৰ খনত সভা বহে। কেইবাখনো গাওঁৰ মানুহৰ সভা। সেই বাৰ গোটেই অঞ্চলটোৰেই শোচনীয় অৱস্থা। কঠীয়া পৰাৰ পিছতেই লেতাৰি নিছিগ। বৰষুণ আৰু তুলিব-কৰহ সময়ত খৰ যে দিছিলেই প্ৰায় ঘৰে ঘৰে জ্বৰ-জাৰি আৰু ঠায়ে ঠায়ে মাৰি মৰকো নোহোৱাকৈ নাছিল। তদুপৰিও ব্যাপকভাবে দেখা দিছিল গৰুৰ বেমাৰ। খেতিয়কৰ বুকুৰ ধন কত যে হালৰ গৰু মৰি-হজি নাইকিয়া হ'ল ভাবিলেও বেয়া লাগে। কোনো ঘৰত হয়তো হাল বাবলৈ সক্ষম লোক আছে কিন্তু হালৰ গৰু নাই; কোনো ঘৰত আকৌ হালৰ

গৰু থাকিলেও হালৰ মুঠিত ধৰিবলৈ সুস্থ লোক নাই — এনে এটি অৱস্থা। সাধাৰণ তৰপে এতিয়াতে এসাজ খাই অন্য সাজলৈ ভাবিব লগাত পৰিছে আৰু নকলেও হব, এই তৰপৰ মানুহৰ সংখ্যাই অঞ্চলটোত সৰহীয়া। এইবোৰ কথাকে চৰকাৰৰ কাণত পেলাই পাৰিলে কিবা সহায়ৰ ব্যৱস্থা কৰাই সভাৰ মূল উদ্দেশ্য।

এই সমষ্টিৰ পৰা বিধান সভালৈ যোৱা সভ্য গৰাকীৰ উদ্যোগতে হেনো এই সভাৰ অনুষ্ঠান। তেওঁ যদিও বেলেগ অঞ্চলৰ আৰু আইনজীৱী হিচাবে মহকুমাতেই থাকে, তথাপি নিজৰ সমষ্টিৰ লোক সকলৰ খবৰ-বাতৰি ৰখা যেন লাগে। নহলে মহকুমাৰ পৰা এনে এটি উদ্দেশ্য লৈ বাইজৰ মাজত নোলালহি হয়। তেওঁ লগৰ উকীল এজনক সভাপতি হিচাবেও লৈ আহিছিল। তেওঁৰ নির্দ্দেশ মতেই অঞ্চলৰ ধনী-মুখিয়াল সকলে এই সভাত বিশেষ অংশ লয়। সাধাৰণ তৰপবো প্ৰায় মানুহেই সভাত যোগ দিছিল; আশা, কিজানিবা কিবা সুফল মিলেই।

সভাপতিয়ে আসন লোৱাৰ পিছত বিধান সভাৰ সভ্য শ্ৰীলক্ষ্যধৰে সুন্দৰ সৰল ভাষাৰে সভাৰ উদ্দেশ্য বুজাই দিয়ে আৰু বৰ্ত্তমান অৱস্থাত বাইজৰ কৰ্ত্তব্য সম্বন্ধে কয়। মুখিয়াল সকলৰ দুই একেও মত সাহ কৰি বাইজৰ

আগত থিয় দি দুটা এটা কথাৰে লক্ষ্যধৰক সমৰ্থন জনায়। লক্ষ্যধৰৰ কথা কোৱা শক্তি বাস্তৱতে শলাগিব লগীয়া। তেওঁ কথা কোৱা সময়ত সকলোৱে ভেলেঙা চকুৰে তেওঁৰ মুখলৈ চাই আছিল। বহুতৰে এনে এটি ধাৰণাও হৈছিল যেন কঠোৰ অভিজ্ঞতাতকৈও লক্ষ্যধৰৰ বক্তৃতাইহে তেওঁলোকক নিজৰ অৱস্থা সম্পৰ্কে অধিক সজাগ কৰিলে।

সভাৰ আগলৈ প্ৰস্তাৱ আহিল ধন তোলা সম্পৰ্কে। এই বিষয়ে ভাৰ পৰিছিল চন্দ্ৰকান্তৰ ওপৰত। তেওঁ সমজুৱা সকলক বুজাই ক'লে যে চৰকাৰৰ লগত লিখা লিখি আৰু আৱশ্যক বুজি ৰাজধানীলৈ গৈ কোৱা মেলা কৰিবলৈ হলে ধনৰ প্ৰয়োজন হব। এই উদ্দেশ্যে প্ৰত্যেক পৰিয়ালে কম পক্ষেও দুটকাকৈ দিলে এতিয়ালৈ জুৰিব পাৰে।

চন্দ্ৰকান্তই কথা কৈ থকাৰ মাজতে এদুৰৰ কিছুমান লোকে গোলমাল কৰা যেন অনুমান হ'ল। সকলোৱে সেইকাষলৈকে চালে। ভুৱাপদে চিঞৰি ক'লে,—এইজন, এইজনেই চন্দ্ৰকান্ত। মই নিগমে বুবিছোঁ। দেউতা সকল, নিগমে বুবিছোঁ।।

ওচৰৰ কিছুমানে ভুৱাপদক বহুৱাই থবলৈ চেষ্টা কৰে; কিন্তু জি কোনোমতেই নবহে আৰু মুখো বন্ধ নকৰে। সভাপতিয়ে অন্যসকলক মনে মনে থাকিবলৈ অনুৰোধ

কবি ভুয়াপদক তাৰ অসন্তোষৰ কথা শুনিলে। ভুয়াপদে কলে,—নকৰ দেউতা, মই আক মৰিছোঁ। এই চন্দ্ৰকান্তই আজি দুবছৰ আগতে মোৰ পৰা তেৰ কুৰি টকা লয় খাবলৈ বুলি। নাতুন হেচি পোৱা ধন, দউতা। ঈশ্বৰৰ কৃপাত সেইবাৰ লখিমী এগাল পাওঁ। তাৰে পৰা এই ফেৰা মিলিছিল। সকলোখিনিকেই চন্দ্ৰবাপুৱে লৈ যায়। নিদিওঁ বুলিব নোৱাৰিলোঁ। ভাবিলোঁ মোৰ হাতত থাকিলেও থকা, তেওঁৰ হাতত থাকিলেও থকা; হাত মেলিলেই পাম। হাতে-কোচে ৰাখিবলৈকেও ভয়; থবলৈকে চুঙা-ভাড়াত ৰাহিবেতো একো নাই। কিন্তু আজি দুবছৰে তেওঁৰপৰা পাই এটিও সৰকাব নোৱাৰিলোঁ। আজি মোৰ খাবলৈ নাই, লৰা-ছোৱালী লেখেলা পোতবে পৰি থাকে, খেতি-বাতি বন্ধ আক নিজৰো শৰীৰ বেয়া। কান্দি-কাতি দুখৰ কথা তেওঁক কলোঁ গৈ। পিছে ক'ত টকা দিব কুকুৰৰ দৰে ভেউ ভেউ কৰা বুলি গালিছে পাৰিলে। মোৰ বোলে টকা হাতেৰেই তেওঁ চুৱা নাই, মোৰ পৰা তেওঁ টকা লোৱা প্ৰমাণ হেনো নাই। এই সমাজৰ আগত তেওঁ কওক তেওঁ টকা নাই নিয়া বুলি, মই এৰি দিম। দুখীয়াৰ এনেয়ো নাই, তেনেয়ো নাই; এনে য়ো মৰণ, তেনেয়ো মৰণ।

লক্ষ্যধৰ ৰাগাম্বিত হৈ উঠিল। তেওঁ ক'লে,—এই মানুহবোৰৰ ঠাই অঠাইৰ জ্ঞান নাই। য'ত যি কথা কবলৈ নাপায় ঠিক তাতেই সেই কথা কব। এনে হেন এখন সভা, সিনো এনেবোৰ ব্যক্তিগত কথা উলিওৱাৰ ঠাই নে? সঁচা কথা—আমাৰ দেশৰ মানুহৰ জানিব বুজিবলৈ বহুত বাকী। সকলোকে কৈ দিয়া হ'ল এনেবোৰ সৰু-সুৰা বাহিৰা কথা শুনিবলৈকে এই সভা পতা হোৱা নাই। তাকে বুজি সকলোৱে মনে মনে ৰয়।

বহুতৰে তুৰাপদৰ ওপৰত খং উঠিল। সি গোটেই অঞ্চলটোৰে দুৰ্ণাম আনিলে। তাৰ বাবে আৰু বাইজৰ লাজৰ সীমা নোহোৱা হ'ল ইত্যাদি নানা কথা সি শুনিব লগাত পৰিল। নিজৰ ভিতৰতে সি গমি-পিটিকি চায়; কিন্তু দোষ তাৰ কোনখিনিত ধৰিব নোৱাৰে। সি ক'লে,—গাওঁৰ মানুহেও সকলো কথা জানে কিন্তু মুখফুটাই কেৱে একো নকয়।

কেইজনমানে জোৰকৈ তুৰাপদক বহুৱাই দিয়াৰ পিছত চন্দ্ৰকান্তই চমুকৈ ক'লে,—এইবোৰৰ বিচাৰৰ ঠাই আছিল আদালত। তালৈকে নগৈ এইদৰে অপ-মান কৰাৰ দণ্ডও আদালতেই বিহিব।

অজিতে মাত লগালে,—আপোনালোকে এই মানুহ জনৰ ওপৰত অযথা ৰাগ কৰিছে। সভা-সমিতিৰ নিয়ম প্ৰণালী তেওঁ জানিব কেনেকৈ? দোষ যে উভতি নিজৰ গাতেই পৰে। শিক্ষা বিস্তাৰ বিষয়টো আজিও বক্তৃতাতেই আবদ্ধ ৰাখি এইবোৰত ৰাগ কৰিলে নচলে। চিৰদিনে গাৱঁলীয়া মেল দেখি অহা মানুহে আধুনিক সভা-সমিতিৰ নিয়ম কানুন বুজাটো একো মোহোৱা নোপোজা কথা নহয়। তদুপৰিও লক্ষ্য কৰক তেওঁৰ আন্তৰিকতালৈ। যি আশাৰে নিজৰ দুখৰ কাহিনী আপোনালোকৰ আগত তেওঁ বিবৰিলে তালৈ আপোনালোকে কেৰেপকে নকৰিলে। এই বিষয়টোৰ মীমাংসা কৰি দিবলৈকে আপোনালোকে সহজতে পাত লব পাৰে। তাকে কৰিলে আপোনালোকো সৰু নহয়, তেওঁবো শাস্তি আছে। সামান্য বুলি তেওঁৰ কথা উৰাই দিয়া হল যদিও আচলতে কথাটো সৰু নহয়। গাওঁবপৰা এনে ঘটনাবোৰ উলিয়াই দিব নোৱাৰিলে সভা-সমিতিয়ে একো উপকাৰ সাধিব নোৱাৰে। ভাগ্যবানে ভাগ্যহীনৰ ওপৰত, ডাঙৰে সৰুৰ ওপৰত, ধনীয়ে দুখীয়াৰ ওপৰত আৰু শিক্ষাভিমানীয়ে নিৰক্ষৰৰ ওপৰত কৰি অহা অত্যাচাৰক আজিও আমোদ দি থাকিলে সমস্যাৰ আচল সমাধান নহয়। গাওঁৰ বুকুত কি যে চলিব ধৰিছে

তাৰৈ মন নকৰি ওপৰে-ওপৰে ছুটা এটা মন যোগোৱা কথা কোৱাই আমাৰ উদ্দেশ্য হোৱা উচিত নহয়।

অজিতৰ কথাত বেয়া পালেও ভাল ভাবেই লক্ষ্যধৰে ক'লে,—আজিৰ বিষয়লৈহে আমি আলোচনা বিচাৰোঁ। অন্য বিষয়ে ভাবিবলৈ পিছতো সময় পোৱা যাব। উপস্থিত ক্ষেত্ৰত আমি কেনেকৈ আগবাঢ়ো তাৰেহে উপায় লাগে।

অজিতে কৈ গ'ল। আজিৰ বিষয়লৈকেই আহিছোঁ; কিন্তু তাৰ আগেয়ে কৈ থওঁ আন্তৰিকতাহীন আৰু অবিশ্বাসভাজন লোকৰ পৰা কাম পণ্ড হে হয়। প্ৰস্তাৱ কথা হৈছে,আমি প্ৰথমতে ধন তুলিব লাগে, মই বুজিব নোৱাৰোঁ এই প্ৰস্তাৱ উঠে কেনেকৈ। ধন দিবলৈ সৰ্ব্বসাধাৰণৰ অৱস্থা থকা হলে সাহায্য বিচাৰি চৰকাৰৰ ওচৰত আবেদন নিবেদন কৰাৰ প্ৰশ্ন নুঠিলেইহেঁতেন। আমি কৰলৈ হলে যিসকলৰ সুবিধা সুযোগ আছে চৰকাৰক জনাওক আৰু চৰকাৰেও যি হয় ব্যৱস্থা কৰ'ক। কোনোবাৰ গাঁঠিত কিবা থাকিলে তাকো লৈ যোৱাৰ যোগাৰ নহয় যেন। চৰকাৰে আজিও অৱস্থাৰ ভু নোপোৱাকৈ থকা নাই।

বিদ্যাধৰে বহি বহিয়েই অজিতলৈ দেখুৱাই কৈ উঠিল, —এওঁ সমাজৰ বাহিৰ। এওঁক কথা কবলৈ দিলে আমি

সভাবপৰা ওলাইছে যাব লাগিব। ই আমাৰ খাটাং কথা।

দুই একে বিদ্যাধৰক সমৰ্থন কৰিলে।

ল্যক্ষধৰে অজিতলৈ লক্ষ্য কৰি ক'লে,—তুমি দেখিছো গোলমাল লগাইছে এবিৰা। সমাজখনৰ যদি বাহিৰ হৈয়ালৈ নহাই তোমাৰ পক্ষে ভাল আছিল; আৰু যদি আহিছাই ভালকৈ বহি থাকা।

অজিতে ক'লে,—ৰাইজৰ সভা। তাত মাত মাতিবলৈ অধিকাৰ মোৰ আছে। আপোনালোকে এদিন গাওঁলৈ আহি আচল অৱস্থাৰ কথা কি বুজিব? কিবা এটা কৰি মানুহৰ মনত ভাল লগাই আপোনালোকে গুচি যাব আৰু তাৰ পিছত যি চলিব তাৰ ফল ভোগ কৰিব এই সৰ্ব্বসাধাৰণে। আচলতে আমি আজি ভণ্ডা সভাতহে ৰাগ টানিছোঁ। ৰাইজৰ যি কষ্ট হবলৈ আছিল সি হৈ গৈছে। তেতিয়া তেওঁলোকৰ বাবে অনুভৱ কৰিবলৈ কোনো নোলাল। আজি আৰু আবেদন নিবেদন কৰিলে কি হব? নাভাবিব চৰকাৰক অৱস্থাৰ কথা জনোৱা হোৱা নাই। সময়তেই সকলো বিবৰণ পঠিওৱা হৈছিল। অতি সামান্য হলেও তাৰ ফলো ধৰিছিল, যদিও সংশ্লিষ্ট বিভাগ বোৰৰ শিথিলতাত আৰু আমাৰ মুৰব্বী-

সকলৰ ছুৰভিসন্ধিত সৰ্ব্বসাধাৰণে তাৰ পৰা বঞ্চিত হৈছিল। অন্যবোৰ এৰি মাত্ৰ এটা কথাকেই কওঁ। ৰৰ পলমকৈ হলেও চৰকাৰে এই অঞ্চলৰ বাবে কিছু কঠীয়াৰ দিহা কৰিছিল; কিন্তু সোধক—ধনী মুখীয়াল সকলৰ বাহিৰে অইনৰ ভাগ্যত তাৰ ভাগ পৰিছিল নে। শস্যৰ সঁচ বিতৰণ সম্পৰ্কেও সেই একেই কথা। মুঠৰ ওপৰত আন্তৰিকতাৰে কাম নকৰিলে একো নহয়। চৰকাৰক দিলেহে চৰকাৰে দিব পাৰে। গতিকে অৱস্থাৰ আচল উন্নতিৰহে উপায় পাতিব লাগে। অন্ততঃ এখন গাওঁত উমৈহতীয়া খেতিৰ চেষ্টা হৈছিল আৰু তাৰ অলপ ফলো পোৱা গৈছে। সেই গাওঁৰ সক্ষম লোকসকলে ভালে থকা ছালৰ গৰুবোৰেৰে পথাৰ এখনত এফালৰ পৰা খেতি কৰি যায়। কিছুমানৰ পৰা বাধা আহিছিল হয়; কিন্তু শেহত সকলোৱে মত দিয়ে অন্ততঃ কিনো হয় চাবলৈ। কিছু ত্যাগ স্বীকাৰৰ আৱশ্যক হলেও আজিলৈকে তেওঁলোকে কোনোমতে পেট প্ৰবৰ্ত্তি আছে। উমৈহতীয়া চেষ্টাৰে পানী আদি যোগোৱাৰ চেষ্টাও তেওঁলোকে কৰিছে। আকৌ ভাবি চাওক—গাৱঁলীয়া সকলৰ আজি খাবলৈ ভাত নাই; অথচ বাৰ মাহত তেৰ তিথি পাতি কত খৰচ কৰিব লগীয়া হয়। এই

বাহ্যিক ধৰ্ম্মকাৰ্য্যৰ বিষয়ত আমাৰ সমাজে মানুহৰ আৰ্থিক অৱস্থাৰ কথা সমূলি ভাবি নাচায়। আগৰে-পৰা চলি থকা নিয়মৰ লৰচৰ হলেই জ্বলি-পকি উঠে। সমাজে এই ভাব এৰিলে সৰ্ব্বসাধাৰণে যে বৰ সকাহ পাব তাত সন্দেহ নাই। এইবোৰ বিষয়ো আমি ভাবি চাব লাগিব।

চাৰিও ফালৰ পৰা কোৱা শুনা গল "আচল কথা কৈছে, আচল কথা কৈছে। এনে কিবা এটা হলেহে যদি আমি বাচোঁ।"

বিদ্যাধৰে লক্ষ্যধৰক ভাল লগাবলৈ বুলি ওচৰ চাপি কয়,—দুশ্চৰিত্ৰ, তাৰ কথালৈ কাণ নিদিয়াই ভাল।

লক্ষ্যধৰে ততাতৈয়াকৈ আগৰে পৰা ঠিককৈ ৰখা নামবোৰ গাই শুনাই ক'লে,—এইখনেই আমাৰ কমিটি। এই কমিটিয়ে যাবতীয় কাম পৰিচালনা কৰিব। কমিটিক সহায় কৰিবলৈ সকলোকে অনুৰোধ জনোৱা হ'ল।

লক্ষ্যধৰৰ ততাতৈয়াত অজিতৰ মনে মনে হাঁহি উঠিল। তথাপি সি একো নামাতিলে। সভাপতিয়ে দুই এক কথাৰে মন্তব্য শেষ কৰিলে। তেওঁ মন্তব্যত ইঙ্গিতেৰে হলেও অজিতৰ প্ৰতি সাৱধান ধাণী শুনাইছিল। অজিতেও তেওঁৰ ইঙ্গিত বুজি পায়।

সভাৰ পিছত লক্ষ্যধৰে অজিতক একলীয়াকৈ মাতি নি কয়,—তোমাৰ কীৰ্ত্তি-কলাপৰ বিষয়ে শুনিলোঁ। যদিহে সঁচা হয়, বৰ বেয়া কথা। অলপ পানীৰ মাছ হৈ ইমানকৈ জপিওৱা ভাল নহয়। ইমানতো সাৱধান নহলে পৰিণাম ভোগ কৰিবলৈ সাজু হব লাগিব। প্ৰতিক্ৰিয়াশীল ৰাজনৈতিক মতত চলি সৰ্ব্বসাধাৰণক আওবাটে নিনিবা।

অজিতে কয়,—আপোনালোকৰ দৰে মানুহেও এনে ভুল কৰিব পাৰে বুলি ভাবিব পৰা নাছিলোঁ। এইদৰেই আপোনালোকে মানুহৰ সহানুভূতি হেৰুৱায়। যি সকলৰ ওপৰত মতামত বা কাজ-কাম সম্পৰ্কে নিৰ্ভৰ কৰে প্ৰথমতে তেওঁলোকৰ স্বৰূপ বুজি লওক। দিনত মালা জপি ৰাতি সোমা চেপা নীতিৰ লোক কিছুমানক বিশ্বাস কৰাৰ পৰা বেয়াহে আছে। নে সি বাহ্যিক উচটাই ভোল খোৱা মতলব আপোনালোকৰ কৰ নোৱাৰে। এই বিষয়ে আৰু বেছি কথা নকওঁ। আপুনি মতবাদৰ কথা তুলিছে। বিচাৰ বিবেচনাই যিহকে ভাল বুলি কয় তাকেই কৰোঁ। আত্ম-অনুশীলনেৰেহে নীতি বা মতবাদৰ স্বৰূপ উপলব্ধি কৰিব পাৰি। অনুষ্ঠানৰ ওপৰত মোৰ আস্থা নাই তেনে নহয়; লাভে কাৰ্য্যতঃ অনুষ্ঠানৰ মূল নীতিক উপলব্ধি

কৰোতা সকলৰ সৈতে অমিল হলেই অনুষ্ঠানৰ বিৰুদ্ধা-চৰণ কৰা হয় বুলিও নাভাবোঁ। অনুষ্ঠানৰ গাত আউজি স্বার্থ পূৰোৱা উদ্দেশ্য মোৰ নহয়।

—তুমি যিহকে নোকোৱা আচল কথা বুজিবলৈ আৰু বাকী নাই। জানিবা, তাৰ ফল ভোগ কৰিবই লাগিব। এইবোৰ কৰিয়ে ইমান দিন কটালোঁ, এতিয়া আৰু তুমি বৰটো বোলাবলৈ নাহিবাচোন।

—ক্ষমতাৰ অপপ্ৰয়োগেৰে সমুখৰ পথ দুৰ্গম কৈ তুলিলে কোনে কি কৰিব? দেশপ্ৰেম, গঠনমূলক কাম কেৱল আপোনালোকৰে একচেটিয়া অধিকাৰ বুলি নাভাবিব। ই অতি সঁচা কথা যে, আন্তৰিকতাহীন স্বার্থ-পৰ দুই চাৰিৰ কামে প্ৰকৃত কৰ্মী সকলৰ ওপৰতো চেকা পেলাইছে।

—: :—

কণিকাই বিছনাত পৰি আপোনমনে কীৰ্ত্তনৰ পদ গাবলৈ ধৰিছে আৰু কনকে বায়েকৰ ওচৰতে শুই গীত শুনি আছে। কণিকাই গাইছে—

কৈত পাইবো প্ৰাণ গোপাল আমি।
হৰাইলোঁ অৰুণ লোচন স্বামী॥
উচ্চ বৃক্ষ দেখি সোধে সাদৰি।
শুনিয়ো অশ্বত্থ বট পাকৰী॥
যাহন্তে দেখিলা নন্দ কুমাৰ।
নেন্তে চুৰি কৰি চিত্ত আমাৰ॥
হে কুৰুব'ক অশোক চম্পা।
কহিয়া কথা কৰ অনুকম্পা॥
মানিনীৰ দৰ্প কৰিয়া চূৰ।
জানাহা কৃষ্ণ যান্ত কত দূৰ॥
ওবা তুলসী সন্নিধান দিয়া।
তুমি গোবিন্দৰ চৰণপ্ৰিয়া॥
যাহন্তে দেখিলা নন্দ কুমাৰ।
প্ৰাণতো অধিক প্ৰিয় আমাৰ॥



আবেগশূন্য গীত মিছা। কবি নহলেও অইনৰ কবিতাকেই নিজৰ কৰি লব পাৰি যদিহে সেই কবিতাৰ আঁৰেদি বোৱা ভাবৰ সোঁতত নিজৰ ভাব উটাই দিব পৰা যায়। একে ভাবকে অনুভৱ কৰে অনেকে। তাৰে এজনৰ আছে প্ৰকাশ কৰিবলৈ আবেগৰ উদ্দীপনা, ভাষাৰ গাম্ভীৰ্য্য, ৰসৰ মাধুৰ্য্য আৰু ছন্দৰ লালিত্য। তেৱেঁই পায় কবি আখ্যা, তেওঁৰ কবিতাকেই সকলোৱে পঢ়ে, তেওঁৰ কবিতা পঢ়িয়েই আত্মহাৰা হয় তেওঁৰ কবিতাৰ মূল ভাৱৰ অনুগামী সকল। গীত যিমানেই সঙ্গীত বিজ্ঞানৰ অনুবৰ্ত্তী নহওক সি প্ৰকৃতৰূপে হৃদয়গ্ৰাহী নহয় যদিহে তাত নাথাকে হিয়াভৰা আবেগ আৰু গভীৰ অনুভূতি। অন্তৰৰ অনুভূতি সহকাৰে গীত গাব পাৰিলে সি সঙ্গীত পদ্ধতিৰ ফালৰ পৰা পূৰ্ণাঙ্গ নহৈও সুন্দৰ আৰু মধুৰ।

গীত অকল সুখৰেই নহয় দুখৰো: গীতে যেনেকৈ সংসাৰ চক্ৰৰ দুখ-কষ্ট পাতলাই আনন্দৰ সঞ্চাৰ কৰে, তেনেকৈয়েই আকৌ শোকৰ মূৰ্চ্ছনা তুলি সুখতকৈ দুখৰ শ্ৰেষ্ঠত্বও প্ৰমাণ কৰে। কণিকা গাওঁতে ডাঙৰ দীঘল হোৱা, আধুনিক গীতৰ লগত তাইৰ পৰিচয় নাই। নালাগে আধুনিক গীত! আপোনমনে তাই যি গীত

গাবলৈ ধৰিছে তাতেই সকলো আছে। ৰাসলীলাৰ মাজৰপৰা শ্ৰীকৃষ্ণ অন্তৰ্দ্ধান হোৱাত বিৰহত কাতৰ গোপিকা সকলে যি গীত গাই হা কৃষ্ণ হা কৃষ্ণ বুলি চিঞৰি ফুৰিছিল, নানা দুখৰ চিত্ৰ তাইৰ চকুৰ আগত ভাহি উঠাত সেই গীতটিকেই তাই হিয়া ঢালি গাইছিল। আপোনাআপুনি সি তাইৰ আবেগময় আৰু অনুভূতিপূৰ অন্তৰৰ পৰা ওলাই আহিছিল—তাৰ প্ৰতিটো বৰ্ণ, প্ৰতিটো শব্দ তাইৰ অন্তৰ্নিহিত সুগভীৰ বেদনাৰ বাণীলৈ নিৰ্গত হৈছিল। গীতটিৰ শ্ৰোতাই সহজে অনুমান কৰিব পাৰে যে সি গায়িকাৰ দুগালেদি অশ্ৰু নিজৰা বোৱাইছে।

অজিতে কোনোবাফালৰ পৰা আহি কণিকাৰ গীত শুনিবলৈ পায়। তাৰ উপস্থিতি কাকো অনুভৱ কৰিবলৈ নিদি গীতটি সি শুনে আৰু তাৰ গতিৰ লগত মনটো এৰি দিয়ে। আইতাকে ভাত ৰান্ধিবলৈ যোৱা গম পাই সি ৰান্ধনিঘৰ সোমায় আৰু তেওঁক সোধে,—তুমি ভাত ৰান্ধিবলৈ আহিলা কিয়? নিজৰ মুঠিকে সিজাব নোৱাৰা, সকলোৰে বাবে ৰান্ধিবা কেনেকৈ?

আইতাকে কয়,—কি কৰিম! উপায় থাকিলেহে! আজি দুই তিনি দিনৰ পৰা ছোৱালীজনীৰ যে কি হৈছে কব নোৱাৰোঁ। কওঁ কওঁ বুলিও তোক কোৱা নাই।

—কণিকাৰ অসুখ? ক'তা, মোক যে তেওঁ একো কোৱা নাই। কাম-বনো কৰি নাছেনে?

—কাম-বন কৰি আছে সঁচা; কিন্তু খোৱা-বোৱা নাই বুলিলেই হয়। আজিও ভাত বান্ধিবলৈ ওলাইছিল; মঞেই কলোঁ। নালাগে বুলি। ছুনাই আপত্তি আৰু নকৰিলে। অসুখ একো নাই; কিন্তু মনটো হলে মৰা। বেচাৰীৰ জনমটোৱেই আছিল সহিবলৈ। তোৰ বাহিৰত ঘুৰিলেই হব, সেইবোৰৰ খবৰ বাতৰি ৰখাৰ সকাম নাই।

—কি হৈছে তুমি সুসুধিলা নে?

—সুধিলেও একো নকয়।

অজিতে ৰূপনাথৰ বেমাৰৰ বাতৰি পায়। হলেও তাৰ মনটোৱে সহজতে বিশ্বাস কৰিব নোখোজে যে ৰূপনাথৰ বেমাৰৰ লগত কণিকাৰ বৰ্ত্তমান মানসিক অৱস্থাৰ কিবা সম্বন্ধ থাকিব পাৰে। ৰূপনাথ আৰু কণিকাৰ বিষয়ে নানা কথাই তাৰ কাণত পৰিছিল; কিন্তু কোনোটোকেই সি বিশ্বাসযোগ্য বুলি লব পৰা নাই। ৰূপনাথক বুজি-বলৈ তাৰ সুযোগ নহলেও কণিকাক অধ্যয়ন কৰিবলৈ সুবিধা হৈছে। তদুপৰিও কণিকাই গোৱা সকৰুণ গীতটিয়ে তাৰ মনত অন্যৰূপ ধাৰণাহে ওপজাইছিল।

ৰান্ধনিঘৰৰ পৰা ওলাই আহি অজিত নিজৰ ঘৰ

সোমাল আৰু লেমটো বেছিকৈ জ্বলাই দি কনকক মাতিলে। কণিকাই আঁচলেৰে চকু-মুখ মচি বিছনাত উঠি বহিল। কনক অজিতৰ ঘৰ সোমালহি। অজিতে চোলাটো সোলোকাই থৈ হাঁহি মুখেৰে সুধিলে,—বায়েৰৰ বোলে অসুখ? মোক একো কোৱা নাই কিয়? তোৰবাবে তেওঁ ইমান ভাবে, তই হলে বেমাৰ হলেও কব নোৱাৰ।

কনকে ক'লে,—সেই যে সিদিনা গৈছিল, তেতিয়াৰে পৰা বাই দেউৰ মনটো ভাল নহয়। আজিও পুথিৰ পদ গাই কান্দি আছিল।

অজিতে কনকক আৰু বেছি কথা নুসুধি কাপোৰ-কাণি সলোৱা, হাত-মুখ ধোৱা আদি কামৰ মাজত ভাবিবলৈ ধৰিলে কণিকাৰ বৰ্ত্তমান মানসিক অৱস্থাৰ কাৰণ সম্পৰ্কে। সি ভাবে তেন্তে ৰূপনাথ হঁতৰ ঘৰত ঘটা কোনো অপ্ৰীতিকৰ ঘটনাৰেই হয়তো ই প্ৰতিক্ৰিয়া। সেইবিষয়ে বেছি চিন্তাকৰিবলৈকেও তাৰ ভাল নালাগে। অইনৰ বিষয়ে যাতে বেয়া কথা শুনিব বা ভাবিব লগীয়া নহয় তেনে এটি আন্তৰিক কামনা সদায় তাৰ আছিল। কণিকাৰ পৰা এটা আভাস লোৱাৰ আশাৰে সি কনকক কলে অলপ সময়ৰ বাবে বায়েকক মাতিবলৈ। কনকেও বায়েকক মাতি আনিলে গৈ।

অজিতে সুধিলে,—তোমাৰ অসুখ হলেও সেই বিষয়ে অইনক নজনাবলৈ চেষ্টা কৰা কিয় ?

কণিকাই উত্তৰ দিলে,—মোৰ একো অসুখ হোৱা নাই, ভালেই আছোঁ।

— কিন্তু তোমাৰ ভাব-গতি, তোমাৰ চেহেৰাই কয় যে তোমাৰ মন ভাল নহয়।

—নাই, মোৰ একো হোৱা নাই ; মিছাতে সেই-বোৰ নাভাবিব।

—ই তৰ্ক বা মান অভিমানৰ কথা নহয়, কণিকা। এইদৰে নোখোৱা নোবোৱাকৈ কান্দি-কাতি থাকিলে কাৰ ভাল লাগিব পাৰে কোৱা।

—মান-অভিমান কৰিবলৈ যাম কিয় ? মান-অভিমানৰ দিনবোৰ কেতিয়াবাই উকলিল।

কথাকোৱাৰ লগে লগে কণিকাৰ মাত কঁপি উঠে আৰু চকু চলচলীয়া হৈ পৰে। অজিতেও তাৰ গম পায়। সি কয়,—যি কোনো কথা বা ঘটনাৰ মাজতেই দুখৰ সূত্ৰ বিচাৰি উলিয়াব পাৰি ; কিন্তু তেনে কৰা জানো উচিত ? দুখ-শোকক আমোল দিয়াতকৈ তাৰ গতিৰোধ কৰাহে ভাল। সেই বাবেই তোমাক কৈ আহিছোঁ৷ কামৰ মাজত নিজক নিমজ্জিত ৰাখি সকলো পাহৰিবলৈ

তেনে কৰিব পাৰিলে তোমাৰো ভাল, দহৰো মঙ্গল।

—কিন্তু নিষ্ঠুৰ জগতে তাৰ সুযোগ দিলেহে! ভুগিব লগীয়া সকলোখিনি ভুগিবই লাগিব; তাৰ পৰা ৰক্ষা পৰিবৰ উপায় নাই।

—বুকুত নিষ্ঠুৰতাৰ খেলা হয় বুলিয়েই সহনশীলতা পৃথিবীৰ বিশেষত্ব হবলৈ পাইছে। তাৰ পৰাও মানুহৰ শিকিবলৈ আছে।

—সহনশীলা পৃথিবীৰো সহনৰ নাটনি পৰে, তাৰ হৰণৰ উপায় বিচাৰি সৃষ্টি কৰ্ত্তাৰ কাষ চপাৰ আৱশ্যক হয়। কিন্তু মই যাওঁ ক'লৈ? য'লৈকে যাওঁ ত'তেই অনৰ্থ ঘটে; ত'তেই অসহনীয় অৱস্থাৰ সৃষ্টি হয়। অকল নিজেই ডেই-পুৰি মৰা নহয় সেই পোৰণিৰ ভাগ আইনকো লোৱাইছোঁ অনাহকতে। মই বুজিছোঁ সকলো কথাৰে গম অপুনি পায়, নিজৰ বিষয়ে মই নজনা কথাও আপুনি জানে। ইয়াৰ পিছত আপোনাৰ নীৰৱতাই মোক শান্তি দি থাকিব নোৱাৰে। আপোনাৰ সমুখত সোণালী ভৱিষ্যত। এটা অতিকীয়া প্ৰাণীৰ বাবে সি নষ্ট পাব কিয়? মই ভৱিষ্যতে যি কৰোঁ তাৰ বাবে যেন ক্ষমা কৰে।

কণিকাৰ দুগালেদি চকু-পানী বাগৰি যায়। অজিতৰ বৰ বেয়া লাগে। সি কয়,—এজনৰ ভৱিষ্যতৰ ওপৰত আইনৰ

হাত নাই, কণিকা! নিজেই নিজৰ ভবিষ্যত নষ্ট নকৰিলে অইনে তাক বেয়া কৰিব নোৱাৰে। এই বোৰ অনৰ্থক চিন্তা। তোমাৰ নিজৰ বিষয়েও কওঁ, অইনৰ চকুৰে নিজক নাচাই নিজৰ বিবেকৰ চকুৰে চোৱা। মিছাতে কান্দি-কাতি দুখৰ উপৰি দুখ জাপি নলবা।

কণিকাই কয়,—মোৰ কাম আৰু চিন্তা সকলো নিৰৰ্থক, ফল তাৰ একো নাই। যি হেৰুৱাইছোঁ। কৰুণ বিননিয়েও তাক ঘূৰাই আনিব নোৱাৰে, বাউলী হৈ কান্দিলেও তাক আৰু নাপাওঁ। তথাপি কান্দিবই লাগিব। নজনা মুবুজাকৈ যি চকু-পানী সাচিছিলোঁ। সি শেষ নহয় মানে কান্দোনকেই সাৰ কৰিব লাগিব।

অজিতৰ আইতাকে কণিকাক মাতিলে। ততালিকে তাই অজিতৰ ঘৰৰ পৰা গৈ বান্ধনি ঘৰ সোমাল। কনক অজিতৰ বিছনাতে শুই পৰিছিল। নানা চিন্তাৰ মাজত অজিতে তাৰ গাত হাত বুলাবলৈ ধৰিলে।

* * * * *

(২৩)

অতুলৰ মাক স্নেহময়ীৰ বেমাৰ এতিয়া নিৰাময় হোৱা বুলিয়েই কব পাৰি। নৰিয়া তেওঁৰ শকতেই আছিল ; হলেও ঈশ্বৰৰ ইচ্ছাত এবাৰলৈ ৰক্ষা পৰি উঠিল। বেমাৰ-পাতি হলে চিকিৎসাৰ বাবে ব্যতিব্যস্ত হৈ পৰাতকৈ ভাগ্যক ধিয়াই থকাৰেই বিদ্যাধৰ অধিক পক্ষপাতী। তেওঁৰ মতে চিকিৎসা-পাতিৰ ব্যৱস্থাৰ পৰা ধনৰ খৰচত বাহিৰে অইন একো নহয়। তথাপি যদি আৱশ্যক হয় কোনো দেৱ দেৱীৰ উদ্দেশ্যে মাহ চাউল এগাল হয়তো তেওঁ আগবঢ়াব পাৰে ; তাতকৈ বেছি কিবা কৰিবলৈ তেওঁ নাৰাজ। অৱশ্যে বিহ্লঙনীৰ পাতেৰে ছুটা কোব মৰাত বা ৰঙা কলা বটীয়াৰে ধাৰ চেৰেক আলনীয়া দিয়াতো তেওঁৰ আপত্তি নাছিল। ঘৈণীয়েকৰ টান বেমাৰেও তেওঁৰ এই মত বদলাব নোৱাৰে। তাকে দেখি দুই-চাৰিয়ে নিজে নিজেই আগবাঢ়ি আহি স্নেহময়ীক পৰাখিনি

শুশ্ৰূষা কৰিছিল। স্নেহময়ী প্ৰকৃততে স্নেহময়ীয়েই আছিল আৰু সেইবাবে তেওঁৰ বেমাৰ বহুতৰে পক্ষে বেজাৰৰ কাৰণ হৈছিল।

অতুলৰ মাকৰ বেমাৰ হোৱা বুলি শুনি অজিতেও খবৰ লবলৈ আহিছিল। বিদ্যাধৰে কিন্তু সি সেইদৰে অহা যোৱা কৰাটো অপছন্দ কৰে। বিদ্যাধৰৰ ভাব বুজিয়ে অজিতে আহিবলৈ এৰি দিয়ে, যদিও আলেঙে আলেঙে সি তাৰ কৰ্ত্তব্য কৰি যায়। তাৰ উপদেশ মতেই কমলাই স্নেহময়ীৰ শুশ্ৰূষাৰ ভাৰ লয়। অকল সেয়েই নহয়, সি এজন ডাক্তৰো দিহা কৰি পঠিয়াই দিয়ে। স্নেহময়ীৰ শুশ্ৰূষাত কমলাই একাণপতীয়াকৈ লগাত বিদ্যাধৰে ভালেই পায়! এনেকৈ উপকৰা সহায় পালে লবলৈ তেওঁৰ আপত্তি নাই। ডাক্তৰ সম্পৰ্কেও তেওঁ ভাবিছিল যে নিজে নিজেই আহিছে যেতিয়া নিশ্চয় পুতেক অতুলৰ বন্ধু। মানুহক দেখুৱাবলৈকে কেতিয়াবা তেওঁ টকা পইচাৰ কথা উলিয়ালেও ডাক্তৰে কৈছিল যে ঔষধ-পাতি কিনাত খৰচ কৰিলেই হব। লোকৰ আগত অতুলকো মাকৰ বেমাৰৰ বিষয়ে খবৰ দিয়া বুলি বিদ্যাধৰে কৈছিল। আচলতে কিন্তু অতুলক তেওঁ সেই বিষয়ে সমূলি জানিবলৈ দিয়া নাছিল। চৰকাৰী চাকৰি কৰা

পুতেকক এনেবোৰ খবৰ নিদিয়াই ভাল বুলি তেওঁ ভাবে।

কমলাই স্নেহময়ীৰ শুশ্রূষাত দিন ৰাতি সমানকৈ খাটিছিল। স্নেহময়ীৰ স্নেহ আৰু অতুলৰ উদাৰতাই এই কামলৈ তাইক উদগণি দিয়ে। তাইৰ কামত বিদ্যাধৰ বৰ সন্তুষ্ট হয় আৰু সকলোৰে আগত তাইক প্রশংসা কৰে। বিদ্যাধৰৰো প্রশংসাপোৱাটো কমলাৰ পক্ষে ভাগ্যৰ কথাই বুলিব লাগিব। শৰীৰ ভালহৈ উঠাৰ লগে লগে অইনৰ সহায়ৰ প্রয়োজন কমি আহিলেও কমলাক পালে স্নেহময়ীয়ে আৰু এৰি দিব নোখোজে। আগৰে পৰা তেওঁ কমলাক মৰম কৰিছিল আৰু তাইৰ অৱস্থাৰ বাবে আন্তৰিক দুখ অনুভৱ কৰিছিল। এতিয়া আকৌ তাইৰ নিস্বাৰ্থ সেৱাত তেওঁ ইমান অভিভূত হৈ পৰে যে তাইক ক'ত লব ক'ত থব একো নির্ণয় কৰি উঠিব নোৱাৰে।

কমলাই প্রায় প্রতিদিনে এবাৰ নহয় এবাৰ স্নেহময়ীৰ ওচৰলৈ আহে। সিদিনাও তাই ঘৰৰ ভিতৰত স্নেহময়ীৰে সৈতে কিবাকিবি কোৱামেলাকৈ আছিল। এনে সময়তে কোনোবা ফালৰ পৰা কল্পনাথ, পয়োধৰ আৰু আন কোনোবা এজনৰ লগত কথা পাতি পাতি বিদ্যাধৰ সোমাই আহিল আৰু চাকৰ এজনে চোতালতে পাৰি দিয়া পীৰা আৰু ঢাৰিত আটাইকেইজনে বহি

ল'লে। বিদ্যাধৰৰ আদেশ মতে চাকৰটোৱে ধঁপাত এচিলিম লগাই দি কিবা কামত লাগিল গৈ। বুদ্ধিৰ গুড়িত ধঁপাতৰ ধোঁৱাৰ সাৰ-গোবৰ দি আটাইকেইজনে আকৌ মেল আউত্তাতে লাগিল। তেওঁলোকৰ আলোচনাৰ বিষয় বস্তু আছিল কনকৰ সম্পত্তি হস্তান্তৰ; আত্মসাৎ বুলিবলৈ তেওঁলোক নাৰাজ। সেই বিষয়ে বৰ বেছি-কৰিবলৈ আৰু বাকী নাছিল। ইয়াৰ পিঠিত হাত বুলাই তাৰ ফালে চকু টোঁৱাই বিদ্যাধৰে সকলোখিনিকে সামৰি লৈছিল। বিদ্যাধৰ এনে বিধৰ বিদ্যাত সিদ্ধহস্ত হলেও এই ক্ষেত্ৰত লাভ কৰা সফলতাৰ সৰহখিনি গৌৰৱকে তেওঁ ৰূপনাথক পাওনা নকৰি নোৱাৰে। কণিকাৰ ওপৰত থকা দুষ্ট অভিপ্ৰায়ৰ ব্যৰ্থতাই ৰূপনাথৰ অন্তৰৰ পিশাচটোক উদংকৈ তোলে আৰু তাৰ ফলতেই বিদ্যাধৰে সহজ কাৰ্য্যসিদ্ধিৰ সুযোগ পায়। ধৰুৱা কল্পনাথেও ওঠমুখ চেলেকি এইবিষয়ে মহাজন বিদ্যাধৰৰ আঙুলি চালনাত চলিবলৈ বাধ্য হয় যদিও বেচাৰাই মনতে নভবাকৈ নাছিল যে চিলৰ পৰা আনি সকলোখিনি শেহত বিলতহে ঢালিলে। এতিয়া তেওঁলোকৰ কেৱল ভয় আছিল অজিতৰ বাবে। সি যদি কনকৰ হৈ কিবা এটা লগাই দিয়ে সকলো কেইজনে আকৌ পৰিব লাগিব লেঠাত।

সেইটো যাতে নহয় তাৰ দিহাৰ বাবে তেওঁলোকে মাটি-বাৰী সকলোখিনি অতুলৰ নামে কৰাই দিয়াৰ কথাকে ভাবিছিল। অজিত আৰু অতুলৰ মাজত বিশেষ বন্ধুত্বৰ গম তেওঁলোকে পায় আৰু ভাবে যে অজিতে কেতিয়াও অতুলৰ বিৰুদ্ধে যাব নোৱাৰে। এইবিষয়ে কথা কৈ কৈ তেওঁলোক আকৌ ওলাই গ'ল।

বাহিৰৰ সকলো কথা স্নেহময়ী আৰু কমলাৰ কাণত পৰে। এই হীন অভিসন্ধিৰ গম কমলাই আগৰে পৰা পাইছিল, আজিয়েহে সেইবিষয়ে প্ৰথমবাৰ শুনা নহয়। তাইৰ পিতাককো বিদ্যাধৰৰ দলৰ ভিতৰুৱাকৈ লোৱাৰ চেষ্টা এটা চলিছিল যদিও তেওঁ তাত অসন্মত হয়। এই অভিসন্ধিৰ কথা জানিবলৈ পোৱাত কমলাৰ বৰ বেয়া লাগে। কনক কণিকাৰ দৰে দুটি প্ৰাণীৰ সৰ্ব্বনাশ সাধিও যে মানুহে স্বাৰ্থপূৰণৰ কথা ভাবিব পাৰে তাইৰ ধাৰণাই নাছিল। তথাপি অজিতক তাই সেইবিষয়ে একো নকয়। অতুল আৰু অজিতৰ মাজত থকা বন্ধুত্বৰ অৱসানৰ কাৰণ তাই হব নোখোজে। এনে এটি বিশ্বাসো তাইৰ আছিল যে অতুলৰ পিতাকে কৰা অন্যায়ৰ প্ৰতিকাৰ কনক কণিকাই এদিন অতুলৰ পৰাই পাব।

স্বামীৰ এনেবোৰ কাৰ্য্যৰ বাবে স্নেহময়ীয়ে বৰ অশান্তি

পাইছিল আৰু নেদেখাজনৰ ওচৰত গোপনে ক্ষমা ভিক্ষা মাগিছিল। এই সম্পৰ্কে কোনো কথা কেতিয়াও তেওঁ কাৰো আগত নাভাঙিছিল। আজি কিন্তু তেওঁৰ মনোভাব কমলাৰ পৰা গোপন কৰিবলৈ তেওঁ চেষ্টা নকৰিলে। কমলাই সকলো কথাকে বুজি পোৱা বুলি তেওঁৰ ধাৰণা। কিছুপৰ অন্যমনস্ক হৈ থাকি তেওঁ কমলালৈ চাই সুধিলে,— ইয়াৰ পিছতো তোমাৰ বাট নমৰিব বুলি আশা কৰিব পাৰোঁনে?

কমলাই ক'লে,—আপোনাৰ ওচৰলৈ মোৰ বাট মৰিব কিয়? তেনেকথা মই ভাবিবও নোৱাৰোঁ।

—ভাবিব নোৱাৰিলেই ভাল। কিন্তু কমলা, অন্তৰৰ ঘৃণাভাব তুমি লুকাবলৈ চেষ্টা কৰিলেই মই শান্তি নাপাওঁ। সকলো কথাকে তুমি বুজি পাইছা।

—বুজি পাইছোঁ—আপোনাৰ তাত একো হাত নাই।

—তেনেকৈ কব পাৰা। কিন্তু বাধা দিব পৰা নাই যেতিয়া সমৰ্থন থকা বুলি লোকে ভাবিলেও মই একো কব নোৱাৰোঁ।

—চেনেহেৰে ভৰপূৰ আপোনাৰ অন্তৰৰ পৰিচয় যিয়ে এবাৰ পাইছে সি তেনেকৈ ভাবিব নোৱাৰে।

—ভয় আৰু প্ৰলোভনে মানুহৰ মুখ বন্ধ কৰিব

পাৰে,—সিও কিছুসময়লৈকেহে—,কিন্তু অন্তৰ শাসিব নোৱাৰে।

কমলা মনে মনে ৰ'ল। স্নেহময়ীয়ে আকৌ ক'লে,—একো একোবাৰ ভাবোঁ কণিকাৰ ওচৰত ক্ষমা মাগোঁগৈ, কনকক বুকুত সুমুৱাই লৈ চকুলোৰে তাৰ মূৰ ওপচাই দিওঁগৈ, কিন্তু যদি অভিনয় কৰাবুলি ইতিকিং পাওঁ।

কমলাই কয়,—অতিশয় বেদনাৰ বাবেহে আপুনি ইমানলৈ ভাবিছে। আচলতে আপোনাৰ ওপৰত কণিকা বাইদেউৰ কোনো অভিযোগ, কোনো আক্ষেপেই নাই। অজিত দাদাই যে আপোনাৰ বাবে কি নকৰিব পাৰে!

—অজিতৰ কথা এৰিছোঁৱেই। সি পুৰুষৰ পো পুৰুষ, মূৰ দাঙি আগুৱাই যাবলৈ তাৰ শকাত আছে। কণিকাৰ বাবে ভাবিলেহে উন্নাদিহ নোপোৱাত পৰোঁ। আমি তিৰুতা হৈও তিৰুতাৰ ওপৰত হোৱা অবিচাৰ সহি আছোঁ, তিৰুতাৰ সৰ্ব্বনাশ সাধনত যোগ দিছোঁ। চিৰদিনে তিৰুতাই অগনি পৰিক্ষা দি আহিল বুলিয়েই পদে পদে তাক দাবীকৰা অধিকাৰ কোনেও পাব নোৱাৰে।

—এইভাবকেই আজি বহুত নাৰীয়েই অনুভৱ কৰিছে। ই যে অতি সোনকালে আৱশ্যকীয় পৰিবৰ্ত্তন আনিব তাত সন্দেহ নাই। অত্যাচাৰ অবিচাৰ আজি কি নাৰী কি

পুৰুষ কোনেও সহিব নোখোজে। এই অসহনি উগ্ৰ ৰূপ ধৰি ওলাবলৈ আৰু বেছি পৰ নালাগিব। আজি যি ভাবধাৰা আপোনাৰ অন্তৰত আত্মগোপন কৰি আছে কাইলৈ আপোনাৰ ল'ৰাৰ মাজেদি সি প্ৰবল বেগেৰে প্ৰকাশ পাব।

— পাব নে কমলা? যি আশাৰ কথা শুনালা সি কামত ফলিয়াওক। আমাৰ পাপে যেন অতুলক চুব নোৱাৰে, তাৰ কামৰ পৰা যেন আমাৰ পাপ মোচন হয়। সি মানুহ বুলি পৰিচিত হওক—এয়েই কামনা।

স্নেহময়ী নীৰৱ হ'ল। আনন্দমনেৰে পুত্ৰেকৰ ভবিষ্যতৰ চিন্তাকে তেওঁ কৰিবলৈ ধৰে। কমলায়ো তলমূৰ হৈ মনে মনে ৰয়। অতুলৰ কথা কমলাৰ মনত সদায় সজাগ থাকিলেও তাৰ মাকৰ সৈতে সেই বিষয়ে আলোচনাত সোমোৱাৰ উদ্দেশ্য তাইৰ নাছিল। স্নেহময়ীয়ে তথাপি তাইৰ কথা অতুলৰ ফাললৈ টানি নিয়াত তাই লাজকুৰীয়া হৈ পৰে। কমলাৰ ফাললৈ চাই স্নেহময়ীয়ে এটি হুমুনিয়াহ পেলায়। তেওঁ জানে কমলাই অতুলক কেনেকৈ ভাল পায়।

(২৪)

অতুলে কাছাৰীলৈ যাবলৈ বুলি ওলাই আহি এজন মানুহেৰে সৈতে কণিকাক দেখিবলৈ পায়। আগন্তুকক খবৰ বাতৰি নিদি এইদৰে কণিকা আহি ওলোৱাত সি অলপ আচৰিতেই হয়। কিন্তু লগে লগে তাৰ ভাব আহে—নিশ্চয় অজিতৰ লগতেই আহিছে, নহলে এইদৰে কণিকা আহি তাত ওলোৱাৰ একো কাৰণ থাকিব নোৱাৰে।

কণিকা তাক লগত অহা মানুহ জনক অতুলে ভিতৰলৈ মাতি নিলে। তেওঁলোকক বহিবলৈ দি সি সুধিলে,—অজিত পিছ পৰিছে হবলা? এইদৰে অহাৰ সমুলি গম নাপাওঁ।

কণিকাই উত্তৰ দিলে,—তেওঁ অহা নাই।

লগত অহা মানুহ জনলৈ চাই অতুলে সোধে,—তেন্তে আপোনালোকৰ লগতেই—

মানুহজনে একোকেই কবলৈ নৌপাওঁতেই কণিকাই কয়,—চিকিৎসাৰ বাবে এজন ৰোগী এওঁলোকে লৈ আহিছে। মযো এই সুযোগতে এবাৰ আহিলোঁ।

অতুলে হাঁহি মাৰি কয়,—এনেকুৱাই অজিতৰ কাম। ক'ৰবাৰ পৰা ৰোগী এটা সংগ্ৰহ কৰি দিছে লগত পঠিয়াই তোমাক। ইমান দূৰলৈনো এনেকৈ পঠিয়াব পায়নে? কি যে ধাৰণা!

কণিকাই কিবা কব খুজিছিল; কিন্তু অতুলে সেই ফাললৈ মন নকৰাত তাইৰ আৰু একো কোৱা নহল। অতুলে বান্ধনিটো আৰু চাকৰ এজনক মাতি আনি গা ধোৱা, খোৱা-বোৱা কৰা আদিৰ ততালিকে দিহা কৰি দিবলৈ আদেশ দিলে। বেমাৰী আৰু অন্যান্য সকলৰ বাবেও যা-যোগাৰ কৰিবলৈ সি কৈছিল। লগে লগে কণিকা আৰু লগৰ মানুহ জনকো সেই বিষয়ে সি কয়।

মানুহ জনে জনালে যে তেওঁলোকৰ বাবে একোকে কৰিবৰ আৱশ্যক নাই, বেমাৰী আৰু তেওঁলোকৰ অইন ঠাইত সুবিধা হৈছে। কেৱল কণিকাৰ বাবেহে যি হয় দিহা কৰিবলৈ তেওঁ অতুলক কয়। তথাপি কণিকাৰ লগতে অন্তত: সেই সাজ তাতে খাবলৈ অতুলে কোৱাত

তেওঁ সম্মতি নজনাই নোৱাৰিলে।

কিছু সোনকালে উভতি অহাৰ কথা দি অতুল কছাৰীলৈ গ'ল। কণিকাই কিমান দিন থাকিব খোজে সেই বিষয়ে নাজানিলেও কোনো তিকতা মানুহ থকা ঘৰত তাইৰ থকা-মিলাৰ দিহা কৰাৰ আৱশ্যকতা অতুলে অনুভৱ কৰে। ভাল্‌কৈ দিহাপোহা কৰি দিবলৈকেই তাৰ ইচ্ছা যাতে কণিকাই কোনো ফালেদি একো অসুবিধাত নপৰে। গাওঁত থকাত তাইৰ অৱস্থালৈ কোনো দিনে তাইৰ আগত সহানুভূতি প্ৰকাশ কৰাৰ সুবিধা সি নললেও আজি জনাবলৈ তাৰ হেপাহ জন্মে যে তথাকথিত সমাজে তাইক যি কি চকুৰে নাচালেও তাৰ নিজা মতামত তাৰ ওপৰত নিৰ্ভৰশীল নাছিল আৰু নহয়। অতুলে জানিছিল যে পিতাকৰ আচৰণত কণিকা মনোক্ষুণ্ণ হোৱাৰ যথেষ্ট কাৰণ আছে ; তত্ৰাচ তাই তাক বিচাৰি এইদৰে আহি ওলোৱাত সি বুজি পায় যে বাপেক-পুতেক সম্পৰ্কে তাইৰ ধাৰণা একেৰূপ নহয়। তাৰ ভাল লাগে আৰু নিজৰ অকপট ব্যৱহাৰেৰে পিতাকে দি অহা দুৰ্ব্ব্যৱহাৰ সংশোধন কৰি লোৱাৰ কথাও সি ভাবে। নিজৰ কামৰ মাজতো সময় উলিয়াই সি মৃণাল বৰুৱাৰ আগত কণিকাৰ বিষয়ে চমুকৈ কয় আৰু তেওঁ-

লোকৰ ঘৰত দিনদিয়েকলৈকে তাই থকা-মিলাৰ সুবিধা অসুবিধা সম্পৰ্কে কথা পাতে।

চিকিৎসাৰ বাবে তালৈ ৰূপনাথক অনা হৈছিল। কণিকাও লগতে আহে। ৰূপনাথৰ অৱস্থাত তাই অধৈৰ্য্য বা অস্থিৰ হৈ পৰা নহয়। তাৰ লগত আহি অজিতৰ পৰা আতৰাৰ সুযোগহে তাই লৈছিল মাথোন। তাই ভাবিছিল যে অজিতৰ পৰা আতৰি থাকিলে কিছুমান অযথা চিন্তাৰ পৰা তাইক অব্যাহতি দিয়া হব আৰু লগতে নিজেও তাই শান্তি মূৰ পাতি লোৱা হব। কনকৰ ভবিষ্যত সম্পৰ্কে অজিত যে আওকণীয়া হব নোৱাৰে বা সি যে তাক পৰিত্যাগ কৰিব নোৱাৰে তাই জানে আৰু কাজেই সেই বিষয়ে চিন্তা অনাৱশ্যক বুলিয়েই তাই ভাবে। তথাপি তাৰ বিষয়ে তাই কমলা আৰু অজিতৰ আইতাকক কয়। তাই গুচি আহে অজিতৰ অনুপস্থিতিত, নহলে সি সম্ভৱপৰ নহবও পাৰিলে হয়। আহি কিন্তু তাইৰ বেয়া লাগে। অজিতৰ বন্ধু অতুল তাত থকা গম পাই তাক এবাৰ দেখা কৰিবলৈ তাই স্থিৰ কৰে। তাইৰ ধাৰণা—অতুলে অজিতক তাইৰ বিষয়ে জনাব।

অতুলে কাছাৰীৰ পৰা উভতি আহি দেখিবলৈ

পায় যে কণিকাই চাকৰ কেইজনক বছৰাই লৈ কথা পাতি আছে। চাকৰ এজনলৈ চাই সি সোধে,—তইঁতে আকৌ কি কৰিছ?

চাকৰটোৱে কয়,—একো নাই, আইদেউৰ লগতে দুষাৰ কথা কৈছোঁ।

সকলো কেইটাই উঠি নিজৰ নিজৰ কামলৈ যায়। অতুলেও ভিতৰলৈ গৈ কাপোৰ-কানি সলায়। হাত-মুখ ধুই সি কণিকাৰ অলপ আতৰতে বহিলহি। অতুলে সুধিলে,—মানুহজন গ'লেই হবলা?

কণিকাই উত্তৰ দিলে,—হয়, তেওঁ গ'ল। মোক নিবলৈকে আকৌ আহিব।

—তুমি আকৌ বেমাৰীৰ লগত থাকিবা কেনেকৈ? থকাৰ প্ৰয়োজনেই বা কি?

—তেওঁলোকৰ লগতেই আহিলোঁ। যেতিয়া একেলগে থকাই ভাল।

—ইমান অসুবিধাকৈ থাকিব লাগিছে কিয়? সেই বিষয়ে মই সুবিধা কৰিছোঁ। বেমাৰীৰ সুবিধাৰ বাবেও কিবা কৰিব লগীয়া থাকিলে মই কৰিব পাৰিম।

—বেমাৰীৰ বিষয়ে ভাবিবলৈকে একো নাই। তেওঁলোকে নিজে নিজেই সকলো কৰিছে। তেও যদি

আস্পতালত বেছি দিন থাকিব লগীয়া হয় আপুনি নহয় এবাৰ কৈ দিব পাৰিব। তেতিয়া হলে আস্পতালৰ পৰা সেই বিষয়ে বিশেষ আপত্তি নহব পাৰে আৰু ডাক্তৰ সকলেও হয়তো ৰেমাৰীলৈ অলপ চকু ৰাখিব। পিছে মোৰ বাবে একো স্থবিধা কৰিবলৈ আপোনাৰ প্ৰয়োজন নাই। মই বেছি দিনলৈ ইয়াত বৈ থাকিব নোখোজোঁ।

—নহয়, তোমাৰ অকণো অস্থবিধা নহব। যি ঘৰলৈ তোমাক নিম তাত তুমি পৰ বুলি ভাবিবই নোৱাৰিবা। তোমাক পালে অমিয়ই যে কিমান আনন্দ পাব! কি জানি এৰি নিদিয়াই হয়! পিছতহে গম পাবা। —আমি তেনেই গাৱঁলীয়া, চহৰত চলিবলৈ জানিলেহে! —চহৰীয়াই গাঁৱলীয়াৰ ভু পাব বাৰু।

জা-জলপানৰ দিহা কৰি বান্ধনিজনে অতুল আৰু কণিকাক ভিতৰলৈ মাতিলে। ছয়ো উঠি গ'ল। অনিচ্ছা সত্বেও অতুলৰ অনুৰোধত কণিকাই কিবা কিবি অলপ মুখত দিব লগাত পৰে। খোৱাৰ মাজতে অতুলে তাৰ ঘৰৰ কথা কণিকাক সোধে। কণিকাই কয়,—ভালেই, বোলক, আপোনাৰ মাকেও এতিয়ামানে ভালকৈ গা-টঙাই উঠিব পায়।

অতুলে আচৰিত হৈ সোধে,—আইৰ বেমাৰ?

মই যে বাতৰিকে নাপাওঁ।

কণিকাৰ ধাৰণা আছিল যে অতুলে মাকৰ বেমাৰৰ কথা জানে। তথাপি তাই ক'লে,—আপুনি বাতৰি নাপাবও পাৰে। এমাহমানতকৈ বেছি নহবই পায়। এতিয়া আৰু চিন্তাৰ একো কাৰণ নাই। মই তাত থাকোতেই তেওঁ ভাললৈ আহিছিল।

ইমানতে বিষয়টো নেৰি অতুলে আকৌ সুধিলে, শুশ্ৰূষাৰ দিহা-পোহা কিবা হৈছিল নে নাই, কণিকা?

—শুশ্ৰূষা ভালেই পাইছিল। অজিত দাদাৰ দিহা মতে কমলাই দিন-ৰাতি নোহোৱাকৈ খাটিলে। তাই যে ইমান দূৰ কৰিব পাৰিব কেৱে ভাবিবকে পৰা নাছিল। অজিত দাদাই ক'লে তাই যে কি কৰিব নোৱাৰে।

কমলাৰ কথা ওলোৱাত তাইৰ বিষয়ে জানিবলৈ অতুলৰ আগ্ৰহ হয়। সি কয়,—কমলা! ও সেই ছোৱালী জনী! বেচাৰীৰ কথা ভাবিলে বৰ বেয়া লাগে। সেই জীৱনটো এনেয়ে যাব লগা হ'লে বৰ দুখৰ কথা হব।

আপোন মনতে কৈ উঠে কণিকাই,—কমলা ভাগ্যৱতী। তাইৰ প্ৰতি কাৰো সহানুভূতিৰ অভাৱ নাই। তাইৰ চিন্তাত ব্যস্ত অজিত। অতুলেও তাইৰ কথা ভাবে।

কণিকাই মুখ ফুটাই কয়,—অজিত দাদাৰ মতে

কমলাৰ বিয়া হোৱাটো৷ একো দোষণীয় কথা নহয়। তেওঁ সেই বিষয়ে কমলাৰ পিতাকৰ লগতো আলোচনা কৰিছে। পিতাকে অৱশ্যে সম্মতি দিয়া নাই। হলেও আপোনালোক সকলোৱে চেষ্টা কৰিলে কিবা এটা হৈ উঠা অসম্ভৱ নহয়।

কণিকাৰ কথা শুনি অতুলে ভাবে,—কমলাৰ বিয়া! কাৰ লগত! অজিতৰ লগত নহয়তো! অসম্ভৱ! কিন্তু কমলাই যদি অজিতক ভাল পায়!—বেছি ভাবিবলৈ সি টান পায়।

বাহিৰত মটৰৰ শব্দ শুনি অতুল ওলাই আহে। ইতিমধ্যে কণিকাৰ লগত অহা মানুহজন আকৌ আহি পাইছিলহি। কণিকাও ওলাই আহিল। মানুহ জনে কণিকা যোৱাৰ কথা উলিওৱাত অতুলে ক'লে—এওঁৰ বাবে আপোনালোকে অসুবিধাত পৰাৰ আৱশ্যক নাই। মোৰ উকীল বন্ধু এজনৰ ঘৰতেই এওঁৰ বাবে দিহা কৰিছোঁ। তেওঁৰ মাক আছে, ঘৈণীয়েক আছে, ভনীয়েক আছে; কণিকাক পালে তেওঁলোকে ভালেই পাব।

মানুহ জনে ক'লে,—আপোনালোক ডাঙৰ মানুহ, বোপা; কিয় দিহা কৰিব নোৱাৰিব? আমি কৈছিলোঁ৷ৱেই

যে বেমাৰীৰ লগত থাকি মিছাতে অসুবিধা পোৱাৰ সকাম নাই। চিনা জনা মানুহ আছে যেতিয়া আশ্রয়ত থকাই ভাল। তেওঁ আকৌ ভাবে আপোনাৰ অসুবিধাৰ কথা। পিছে বোপা, আমাৰ অনুৰোধ—আপুনি ডাক্তৰ চাহাবক এষাৰ কৈ দিব লাগে। ডাঙৰে ডাঙৰৰ কথা পেলাব নোৱাৰে।

—সেই বিষয়ে যি কৰিব লাগে কৰিম বাৰু। এওঁক থৈ আহোতেই নহয় সেই ফালেদি পাক মাৰি আহিম, আপোনালোকৰ সুবিধা অসুবিধাও নিজ চকুৰে চাম।

মানুহজনৰ লগত কথা-বতৰা হোৱাৰ পিছত কণিকাক মটৰত তুলি লৈ অতুল মৃণাল বৰুৱাৰ ঘৰলৈ বুলি গ'ল।

মৃণাল বৰুৱাৰ ঘৰৰ আটাইৰে কণিকালৈ বৰ আতৌ-পুতৌ। তেওঁৰ বুঢ়া পিতাক মাকে কোৱা মেলা কৰে—দেহিঐ! এনে হেন ছোৱালী এজনী এই কালতে বিধৱা! কি সতেনো কোনে মুখলৈ চায়! ঘৈণীয়েকে তেওঁৰ আগত কণিকাৰ কথা কৈ কৈ কান্দিয়েই পেলায়। সদায় আনন্দ মনেৰে থাকিব খোজা মৃণালেও ঘৈণীয়েকৰ লগত কণিকাৰ অৱস্থাৰ বিষয়ে আলোচনা কৰে আৰু

ঘৈণীয়েকৰ চকুত পানী দেখিলে পিছ মুখ দি বা ওলাই গৈ হে নিজৰ আচল ভাব গোপোন কৰিবলৈ পাৰগ হোৱা যেন পায়।

কণিকাক পোৱাত আটাইতকৈ বেছি আনন্দ অমিয়ৰ। তাই ছঁাটোৰ দৰে সদায় কণিকাৰ লগতে থাকিব খোজে, এনেকি পঢ়া শুনাও কৰে তাই কণিকাৰ কাষত হে। কণিকাই যোৱাৰ কথা উলিয়ালে তাই তাক পাতলাই উৰাই দিয়ে যেন তেনে প্ৰশ্ন উঠিবই নোৱাৰে। অমঙ্গ-লীয়া প্ৰাণী এটিৰ লগত ইমান ঘনিষ্ঠতা ভাল নহয় বুলি কণিকাই যেতিয়া তাইক কয় কণিকাৰ ওপৰত তাইৰ অভিমানৰ সীমা নোহোৱা হয়। অমিয়ৰ লগত কণিকাই যেন একোতেই নোৱাৰে। চহৰৰ এই পৰি-য়ালটোৰ সৰলতাত কণিকা মুগ্ধ হয়; কিন্তু হলেও তাত আবদ্ধ হৈ তাই ৰব নোখোজে। সেয়েই দিনচেৰেকৰ বাবে অতুলৰ ঘৰলৈ বুলি ওলালত তায়ো তাৰ লগতে যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। অমিয় কিন্তু একোপধ্যে কণিকাক এৰি দিবলৈ মান্তি নহয়। পৰীক্ষাটো শেষ হৈ গলে তায়ো কণিকাৰ লগতে গাওঁৰ পৰা ঘূৰি আহিব পৈ বুলি কৈ এই কেইটা দিন অপেক্ষা কৰিব-লৈকে কণিকাক তাই অনুৰোধ জনায়। অমিয়ৰ মনোভাৱ

বুজি অতুলেও আকৌ কিছুদিনৰ বাবে কণিকাক থাকি-বলৈ কয়। অগত্যা এবাৰ নোৱাৰি ইচ্ছাৰ বিৰুদ্ধে হ'লেও কণিকা ৰৈ যায়।

* * * * *

* * * * *

কণিকাৰ মুখে মাকৰ বেমাৰৰ কথা শুনিবৰে পৰা অতুলৰ কেনেবা লাগি আছিল। নিজে এবাৰ ঘৰলৈ গৈ সবিশেষ বৃত্তান্ত জানিবলৈ তাৰ ইচ্ছা হয়। তদুপৰিও হঠাতে চহৰলৈ গুচি অহাৰ কাৰণ একো নাই বুলি কণিকাই তাক কলেও কাৰণ যে আছে তেনে ধাৰণা তাৰ হৈছিল। কণিকাৰ কথাৰ মাজত কমলাৰ বিষয়ে যি ইঙ্গিত আছিল অস্পষ্ট হলেও সি তাৰ মনোযোগ আকৰ্ষণ নকৰাকৈ ৰোৱা নাছিল। অতুলৰ ঘৰলৈ যোৱাৰ ইচ্ছা প্ৰবলকৈ তোলাত এইবোৰ কাৰণবো হাত আছিল।

বহুদিনৰ মূৰত অতুল ঘৰলৈ আহে। বিদ্যাধৰে পুতেকক ঘৰলৈ অহাৰ কাৰণ সোধে আৰু কয় যে চৰকাৰী কাম এৰি থৈ এইদৰে নাহিলেই হল হয়। তথাপি এই সুযোগতে হাকিমৰ পিতাক বোলাই নিজৰ প্ৰতিপত্তি বঢ়াবলৈ তেওঁ চেষ্টাৰ ঘাঁটি নকৰে। অতু-লেৰে সৈতে দেখা সাক্ষাৎ হবলৈ অহা সকলৰ আগত

তেওঁৰ গল্প গুজবৰ আৰু সীমা নাই।

পুতেক ঘৰলৈ অহাত স্নেহময়ীৰ বৰ ৰং। অতুলৰ গাত হাত বুলাই তেওঁ কয়,—তোক আৰু দেখা নাপাম বুলিয়েই ভাবিছিলোঁ। ঈশ্বৰৰ অসীম করুণা গুণেহে এবাৰলৈ ৰক্ষা পৰিলোঁ।

অজিতে অলপ অভিমানেৰে কয়,—সেইবোৰ নকলেও হব। সাধাৰণ বাতৰি এটা পৰ্য্যন্ত পঠিয়াবলৈ কেৱে প্ৰয়োজন অনুভৱ নকৰিলে।

বেমাৰৰ মাজত অতুলক চাবলৈ স্নেহময়ী আচলতে বৰ ব্যাকুল হৈ পৰিছিল আৰু তাক মাতি পঠিয়াবলৈকেও গিৰিয়েকক তেওঁ খাটিছিল। তথাপিও গিৰিয়েকৰ দোষ ঢাকিবলৈকে তেওঁ হঁহা যেন দেখুৱাই ক'লে,—ময়েই তোক মাতি পঠিয়াবলৈ হাক দিলোঁ। আহিনো কি কৰিলিহেঁতেন! মিছামিছি কষ্ট নিদিয়াটোৱেই ভাল বুলি ভাবিলোঁ।

—আচলতে কিন্তু কষ্ট নিদিয়া হোৱা নাই। মাকৰ প্ৰতি কৰ্ত্তব্যপালনৰ আনন্দৰ পৰা পুতেকক বঞ্চিত কৰা হৈছে। আপোনালোকৰ এনে ধৰণৰ ভাব হবলৈ হলে চাকৰি কৰি ডাঙৰ মানুহ হোৱাৰ ইচ্ছা মোৰ নহবও পাৰে।

—তেনে কথা নকৰিব, বোপাই। মোক জানো এতিয়াও যেমাৰ হোৱা বুলি চিনিব পাৰি যে তই এনেকৈ কৰ লগীয়া হ'ল। মই এতিয়া গা আগৰদৰেই পাইছো নহয়।

মাকৰ কথাত অতুলৰ হাঁহি উঠে। কিন্তু পিছ মুহূৰ্ত্ততে সক লৰাটিৰ দৰে মাকৰ কাষ চাপি গম্ভীৰ হৈ সি সোধে,—কিন্তু কওকচোন আই, কমলা নোহোৱা হ'লে আপুনি কি কৰিলেহেঁতেন? মাকৰ এনে অৱস্থাৰ কথা কল্পনা কৰিবলৈকেও কোন পুতেকৰ ভাল লাগিব পাৰে?

—নহয় বোপাই, তই ভুলকৈ বুজিছ। সকলো যতনকে মই পাইছো। পাহৰিব নোৱাৰাকৈ মানুহে সহায় কৰিলে। ডাক্তৰেও ভালকৈ চোৱা চিতা কৰিছিল।

—কেনেকৈ কি হৈছে মই সকলো বুজিছো আই, বিশেষ বৰ্ণনা নিদিলেও হব। সেয়েই ভাবিছো, ভাগ্য ভাল আছিল; নহলে যে কি নঘটিব পাৰিলেহেঁতেন।

—কব লাগিব বোপাই, কমলাৰ প্ৰাণটি বৰ সবল। নিজকৈ নাচায়ো অইনৰ বাবে ইমানখিনি অকল কিজানি তায়েহে কৰিব পাৰে। নিজেতো খাটিছেই, তাৰ উপৰি টকা পইচাও খৰচ কৰিছে। ক'ৰ পৰা যে কি কৰিছে একোকে নাজানো। এতিয়া সেইবোৰ শুধিলে কেৱল

তলমূৰকৈ থাকে, মুখেৰে একো নামাতে। হতভাগিনীৰ কিয় যে জন্ম হৈছিল 'কব নোৱাৰোঁ।

কমলাৰ বাবে মাকে অনুভৱ কৰা মানসিক কষ্টত নতুনকৈ কষ্ট পাবলৈ অতুলৰ নাছিল। কতদিনৰে পৰা সি তাইৰ অৱস্থাৰ বিষয়ে চিন্তা কৰি আছিছে! কিন্তু অইন এটি ধাৰণাহে তাৰ অন্তৰত ওপজে। মাকৰ কথাই তাক আভাস দিয়া যেন পায় যে কমলাৰ দুৰ্দ্দশাৰ অৱসান হওঁ বিচাৰে। চিন্তাৰ লগে লগে তাৰ এই অনুমান ক্ৰমে স্পষ্ট হৈ উঠে আৰু বেদনাৰ মাজতো সি আনন্দৰ সন্ধান পায়। কিন্তু মাকে নকলেনে যে কমলাই নিজৰ পৰা টকা পয়চা খৰচ কৰিছে? কমলাৰ মাক পিতাকৰতো দিব পৰা অৱস্থা নহয়! কমলাই তেন্তে ধন পায় ক'ৰ পৰা? অজিতৰ পৰা? মাকৰ বেমাৰত বন্ধু অজিতে ধন খৰচ কৰা যে একো অসম্ভৱ নহয় তেনে কথা তাৰ চিন্তাৰ ভিতৰলৈকেই নাহে। কমলাক প্ৰলোভন দেখুৱাৰ ইও অজিতৰ এক উপায় বুলিয়ে সি ধৰি লয়। কমলাই তাৰ মাকৰ পৰিচৰ্য্যা কৰা বাবে সি যি ভাল পাইছিল তাতকৈ বেছি বেয়া পায় যে সেই কাম তাই অজিতৰ কথামতেহে কৰিছিল। তাৰ আপোন অন্তৰৰ চঞ্চলতাই অজিতৰ অন্তৰতো তাক চঞ্চলতাৰ সন্ধান দিয়ে।

কিঞ্চিৎ আগতে অতুলে আঁকা সুখৰ ছবিটি হৃশ্চিন্তাৰ মেঘে ভতালিকে আগুৰি পেলায়। আকৌ সি ভাবে, —ধন যেনিবা কমলাই পালেই, কিন্তু অইনৰ বাবে তাক খৰচ কৰে কিয়? তাৰ মাক বুলিয়েই নহয় নে? একোকে সি ঠাৱৰ কৰিব নোৱাৰাত পৰে। কমলাৰ চিন্তাত সি ইমান ব্যস্ত হোৱাৰেই বা কাৰণ কি? তাইৰ ওপৰত অইনৰ প্ৰভাৱ সহ্য কৰিবলৈ সি টান পায় কিয়? তাইক গ্ৰহণ কৰাৰ বাটত কত যে অন্তৰায়! সেইবোৰ অতিক্ৰম কৰিবলৈ তাৰ ভিতৰত সাহস আছে নে নাই সেই বিষয়েও তাৰ সন্দেহ। কমলাৰ মনোভাৱৰ প্ৰশ্ন, তাইৰ মাক পিতাকৰ মতামতৰ প্ৰশ্নও ভাত আছে। তদুপৰিও কত ৰূপহী গুণৱতীয়ে যে অতুলৰ অন্তৰত ঠাই পাবলৈ ব্যগ্ৰভাবে অপেক্ষা কৰিছে। সেইবোৰকো যে সি এৰিব নোৱাৰে। তাৰ স্বাৰ্থপৰ যৌৱনে অইনৰ প্ৰভাৱ বিস্তাৰলৈ একোকে এৰিব নোখোজে।

পুতেকক নিমাত দেখি স্নেহময়ীয়ে কিবা কিবি কৈ গ'লেও বিবিধ চিন্তাত মগ্ন হৈ থকা অতুলৰ সেইবোৰলৈ কাণ নোযোৱা বুলিয়েই কব পাৰি। পুতেকৰ অন্যমনস্কতাত স্নেহময়ীও নীৰৱ হৈ পৰে। আলোচনাৰ বিষয় সলাবৰ

মনেৰে অতুলে সুধিলে,—শুনিলোঁ, আপোনাৰ ৰেমাৰত বোলে অজিতক একোকে কৰিবলৈ সুযোগ দিয়া নহ'ল। সি এঘৰীয়া বুলিয়েই নহয় নে ?

স্নেহময়ীয়ে ক'লে,—এৰা অজিতৰ লগত আক ৰাইজৰ কাজিয়া খন নাভাগিল। বুজিছ বোপাই, এই বিষয়ে তই কিবা এটা কৰি থৈ যা। তই বুজাই ক'লে সি মান্তি হবও পাৰে। ৰাইজ খনেই যেতিয়া নোৱাৰিলে অইনে যে তাৰ লগত পাৰিব মই নাভাবোঁ।

—ৰাইজখনে তাক এঘৰীয়াকৈ ৰাখিছে যেতিয়া তাৰ কথা এৰিদিলেইচোন হয়।

—এৰি দিব পাৰিলেহে! কিনো এঘৰীয়াকৈ ৰাখিছে? লাহে লাহে সৰু-বৰ, জাতি-অজাতি, হিন্দু-মুছলমান সকলোৱে তাৰ দিহা মতেহে চলাত পৰিছে। আগেয়ে যি সকলে তাক এঘৰীয়াকৈ ৰাখিছিল এতিয়া সিহে তেওঁ-লোকক এলাগ কৈ ৰাখিব পাৰে। পোটক তুলিবলৈ সি লাগিলে বাধা দিওতা কেও নোলাব।

—ন্যায়েই বল, অন্যায় ৰসাতল। নামিলে ভিজি-বই লাগিব।

—সেই বাবেই কওঁ, ইয়ানতে পাৰিলে আধ্যা পেলোৱাহে ভাল। কণিকাও এতিয়া আতৰিছে যেতিয়া

সুবিধাই হৈছে। হতভাগিনী আৰু যে ঘূৰি আহিব তাৰ আশা নাই। পুৰুষলৈ সমাজৰ উদাৰতা সদায় মুকলি। অজিতে তামোল-পাণ এজোৰ দিলেই যথেষ্ট।

—সকলো পুৰুষে সেইলেখীয়া উদাৰতাৰ বাবে লালায়িত নহবও পাৰে। অজিতে যে কটা তামোল এখনো তেনেকৈ দিব মোৰ ধাৰণা নহয়। সি যিয়েই নকওক, কণিকাৰ বিষয়ে কি শুনিছে তাই?

—কি শুনিবি বোপাই! কোনোবা ভিনীহিয়েকৰ বোলে বেমাৰ, চিকিৎসাৰ বাবে হেনো গৈছে চহৰলৈ। অজিতক খবৰ নিদিয়াকৈয়ে কণিকাও বোলে লগতে গুচি গ'ল। ইয়াকে লৈয়েই কোনে যে কি নকৈছে! কত ৰকমে যে অজিতক নাইঁাহিছে! মোৰ হ'লে এইবোৰত পতিয়ন হোৱা নাই। কমলাৰ পৰাও যি শুনিছোঁ কণিকাৰ মন বোলে লাহে লাহে বৰ বেয়া হৈ গৈছিল আৰু সদায়ে অন্যফালে যোৱাৰ কথা তাইক কৈছিল।

—যি হ'ক তেও সমাজ ৰক্ষা পৰিল। কণিকা মৰিলেই বা থাকিলেই তাত কাৰ কি?

মাক পুতেক দুয়োৰে কণিকালৈ সহানুভূতি; প্ৰকাশ নকৰিলেও দুয়ো সেই কথা বুজি পায়।

অতুলে সুধিলে,—কণিকা যেন গ'ল; কনকৰ অৱস্থা

কি? আমাৰ সমাজৰ যিহে উদাৰতা তাতে একো নৰবই পায়।

এই কথাকে পুতেকে সুধিব বুলি স্নেহময়ীৰ ভয় আছিল। আলোচনাৰ সোঁতে বাতে সেইফাললৈ নবয় তালৈ চকু ৰাখিও তেওঁ কথা কৈছিল। গিৰিয়েকৰ বিষয়ে অপ্ৰীতিকৰ আলোচনাৰ অংশ লবলৈ তেওঁ বেদনা পায়। তদুপৰিও তেওঁৰ সন্দেহ—কি জানিবা এই কথা লৈযে বাপেক পুতেকৰ মনান্তৰ ঘটে। বাপেক পুতেকৰ অন্তৰ যে একে সাঁচত গঢ়া নহয় তেওঁ জানে। তথাপি এতিয়ালৈকে সেই কথা বাহিৰত প্ৰকাশ পোৱা নাই যেতিয়া তাক উলিয়াই দিয়াত তেওঁ সহায় দিব নোখোজে। এক কেনেবা অৱস্থাত পৰে স্নেহময়ী। হঠাতে দুৱাৰমুখলৈ চাই তেওঁ দেখে যে কমলা। আকৌ তেওঁৰ বেছিহে বেয়া লাগিল। কমলাই সকলো কথাকে জানে যেতিয়া উপায়! উপায় তেওঁ বিচাৰি উলিয়ালে যে কমলাৰ লগতে অতুলক এৰি থৈ যোৱা ভাল; সিহঁতেই যি কোৱা-মেলা কৰে কৰক।

অতুলে কৈ গৈছিল,—হব পাৰে অজিত বেয়া, হব পাৰে কণিকা বেয়া, কিন্তু সেই বুলিয়েই কনকক

শুনিয়াই মাৰিবলৈ কাৰো অধিকাৰ নাই। মই শুনিছোঁ।—

স্নেহময়ীয়ে কৈ উঠিল,—কমলা. আহ আই। কিয় যে ইমানপৰে অহা নাই তাকেই ভাৱিছিলোঁ। অলপ ইয়াতেই বহ বাক, মই খন্তেকতে আহিছোঁ।

স্নেহময়ী ভিতৰ ফাললৈ গ'ল। আগৰে পৰা দুৱাৰমুখত বৈ থকা কমলাৰ মাক পুতেকৰ মাজত হোৱা আলোচনাৰ বিষয়ে বুজিবলৈ বাকী নাছিল। স্নেহময়ীৰ মানসিক অৱস্থাও তাই বুজি লয়। কেনেকৈ অতুলৰ আগত গুলাব, কি তাক কব ইত্যাদি বিষয়ে তাই ভাবি চিন্তি আহিলেও তেনেকৈ আগবঢ়াৰ সুবিধা তাইৰ নহল। স্নেহময়ী ভিতৰ সোমাই যোৱাৰ লগে লগে তাই অতুলৰ সমুখলৈ আগুৱাই আহিল আৰু তাৰ মুখলৈ চাই ক'লে,—মাত্ৰ এদিন বা দুদিনৰ বাবে গাওঁলৈ আহি এইবোৰ কথাৰ তলি লবলৈ চেষ্টা নকৰিলেও আপোনাৰ একো হানি নহয়। গাওঁৰেইবা তাৰ পৰা লাভ কি?

এনেকৈ অকস্মাতে কমলাৰ সমুখীন হব লগাত পৰাতকৈও তাইৰ কথাৰ ধৰণত হে অপ্ৰস্তুত হৈ পৰে অতুল। তাৰ ধাৰণাই নাছিল যে ইতিমধ্যে কমলায়ো এইদৰে

কথা কবলৈ শিকিব। কমলাই যি কৈছিল সহজ সৰল ভাবেই কৈছিল, তাকেই অতুলে ল'লে অন্য ভাবে। কিঞ্চিতৰ বাবে তাইৰ মুখলৈ চাইবৈ কিবা কিবি ভাবৰ উত্তেজনাত সি কৈ উঠিল,—কিয় ? গাওঁৰ বাবে চিন্তা জানো অজিতবেই কেৱল একচেটিয়া অধিকাৰ ? তোমাৰ উপদেশলৈ অপেক্ষা কৰাৰ আৱশ্যক এতিয়াও হোৱা নাই। ইমানলৈ আগ নাবাঢ়িলেও চলিব। গাওঁৰ পৰা আতৰত থাকিলেও তোমালোকৰ বিষয়ে জানিবলৈ বাকী নাই।

অতুলৰ কথাৰ মাজত থকা উপহাসৰ সুৰটিত কমলাই আঘাত পায়। তাই ক'লে,—মোৰ কিবা দুঃসাহস হলে ক্ষমা কৰিব। আগৰে পৰা জনা হ'লে এনে ভুলত নপৰিলোঁহেঁতেন।

কমলাৰ অৱস্থালৈ কেৰেপ নকৰি তাৰ মনত থূপ খোৱা কথাবোৰ ব্যক্ত কৰাৰ উদ্দেশ্যে অতুলে কবলৈ ধৰিলে,—কোনো বিষয়ত মন ঢালি দিয়াৰ লগতে তাৰ ফললৈকেও প্ৰস্তুত হৈ থোৱা ভাল। তোমাৰ বাবেই আতৰিব লগাত পৰিল কণিকা। অজিতৰ এই পৰিবৰ্ত্তনৰ মূলত তুমিয়েই। তোমাৰ বাবেই সি আজি অইনৰ চকুত স্বাৰ্থপৰ। যি কৰিছা তালৈ চাই কেৱল এইখিনি

শুনিব লগাটোৱেই তোমাৰ পক্ষে যথেষ্ট নহয়।

কমলা আচৰিত হৈ যায়। তাই চেষ্টা কৰিও বুজিব নোৱাৰে অতুলৰ ইহেন ব্যৱহাৰৰ অৰ্থ। অজিত বা কণিকাৰ কিবা অনিষ্ট হওক এনে কথা কোনো দিনে কল্পনাতো তাই ভবা নাই। তথাপি অতুলৰ কথাৰ প্ৰতিবাদ তাই নকৰিলে। ধৈৰ্য্য ধৰিয়েই তাই ক'লে, —কিন্তু এইবোৰ যে আচল বিষয়ৰ লগত খাপ নোখোৱা কথা। আপুনি জানিব খুজিছিল কনকৰ অৱস্থাৰ বিষয়েহে। সমাজৰ—

—তোমাৰ লগত সেইবিষয়ে আলোচনাৰ প্ৰয়োজন নাই। সমাজে যি কৰিছে তাৰ যথেষ্ট কাৰণ আছে। মই বুজিছোঁ অইনৰ আগত মোৰ পিতাক হীন ভাবে আঁকিবলৈ চেষ্টা চলিছে। সেই হীন চেষ্টা এনেয়ে ব্যৰ্থ হৈ যাব।

কমলাই অলপ সময় অতুলৰ মুখলৈ চাই ৰৈ কেৱল ক'লে,—ও!

বিবেকৰ খোচা খাই অলপ মৰম সুৰেৰে অতুলে কয়,—তোমাৰ আগত এইবোৰ উলিওৱাৰ সকাম নাছিল। কিবা উত্তেজনা প্ৰকাশ পালে তালৈ মন নকৰা যেন।

কিছুপৰ নীৰবে ৰৈ হঠাতে কমলাই কৈ উঠিল,—

আপোনাৰ কথাত যিমানেই দুখ নাপাওঁ আপুনি মোক এইদৰে কব পৰাটো মোৰ পক্ষে ভাগ্যৰেই কথা।

কমলা ততালিকে ভিতৰ সোমাই গ'ল। বাহিৰত মানুহ অহা গম পাই অতুলো ওলাই আহিল।

(২৬)

অতুলক দেখিয়েই অজিতে কাপটো মেজৰ ওপৰত থৈ মাত্ত লগালে,—তুমি অহা বুলি শুনিলোঁ। লগ ধৰোঁ ধৰোঁ কৈ থাকোতেই ওলালাহিয়েই। পিছে ভাল নহয়নে?

অতুলে ইখন চকীত বহি লৈ উত্তৰ দিলে,—এৰা ভালেই। লগতে সুধিলে—তোমাৰ বাতৰি?

—ভালেই বুলিব পাৰা। অৱশ্যে বাতৰি দিবলৈ মোৰ একো নাই, দিবা তুমিয়েহে। কণিকাৰ খবৰ কি?

—সেই বিষয়েও তেন্তে ভু ৰাখিছা?

—তুমি ভু নিদিলেই যে নাপাম তাৰ কোনো অৰ্থ নাই।

অতুলৰ মুখলৈ চাই অজিতে হাহে। অতুলে কঠোৰ-তাৰে অজিতৰ লগত কথা পাতিবলৈকে স্থিৰ কৰি আহি-ছিল যদিও অজিতৰ সমুখ পোৱাত সেই ভাব তাৰ কিছু পৰিমাণে কমি যায়। তথাপি সি ক'লে,—তোমাৰে সৈতে কাজিয়া হে হব যেন পাইছোঁ।

অজিতে হাঁহিয়েই ক'লে,—হলে হব. বাধা দিম কেনেকৈ? পিছে মোৰ হলে কাৰো লগতে কাজিয়া কৰাৰ অভিপ্ৰায় নাই।

--নিৰ্লিপ্ততাৰ বাবে শক্তিৰ আৱশ্যক হলেও দুৰ্ব্বলতা বা অপৰাধ ঢাকিবলৈ বাহিৰত নিৰ্লিপ্ততাৰ দোহাই দিলেই পুৰুষত্ব প্ৰকাশ নাপায়। নিজৰ প্ৰতি অইনে কৰা অন্যায়ক অন্যায় বুলি জানিও যি জনে সহি থাকে তাক শক্তিমান যে বুলিব নোৱাৰিয়েই নিৰপৰাধী বুলি ধৰাও টান হয়। তোমাক মাধ-মাৰ শোধাই গ'ল, কি তাৰ প্ৰতিকাৰ কৰিলা?

অজিতে আগৰ দৰে পাতল ভাবেই ক'লে—ইমান ভাল কথা মগজুত নোসোমায়, অতুল। তোমাৰ চিন্তা শক্তিৰ শলাগ লৈছোঁ। পিছে কাৰ লগতনো জপিয়াই নাচি ফুৰিবা? প্ৰতিকাৰলৈ উত্তেজনা মই নিৰিচাৰোঁ।

—তোমাক উত্তেজনা যোগোৱা মোৰো উদ্দেশ্য নহয়।

কেৱল কৰ খুজিছে। যে নিজৰ দোষ বুজি পোৱা বাবে হে এনে ব্যৱহাৰ সহিবলৈ তুমি বাধ্য হৈছা।

—বেমাৰৰ দেও আছে বুলি ৰোগীক শুশ্ৰূষা নকৰাটো গুণৰ কথা নহয়। আকৌ হিন্দুৱে মুছলমানৰ লগত বা মুছলমানে হিন্দুৰ লগত সম্পৰ্ক ৰাখিলে কি যে দোষৰ কথা হয় তাকো কব নোৱাৰোঁ। আমাৰ এনে সঙ্কীৰ্ণ ধাৰণাই পাকিস্তান গঠনক সমৰ্থন হে কৰে।

—সেই ফালৰ পৰাও, পাকিস্তান হ'লেই যেতিয়া সম্পৰ্ক ৰক্ষাৰ প্ৰশ্ন এতিয়া আক নিৰৰ্থক।

—মনুষ্যত্বৰ কথা যদি এৰিও দিয়া, অন্ততঃ ভুল বুজিবলৈ সুযোগ দিয়াও আমাৰ কৰ্ত্তব্য।

—ধৰ্ম্মান্ধৰ চকুত ভুল ধৰা নপৰাই সম্ভৱ।

—সকলোকে ধৰ্ম্মান্ধ বুলিলে আচল কথা কোৱা নহয় বুলিয়েই মই ভাবোঁ। যদি ধৰিও লোৱাহয় ধৰ্ম্মান্ধক অনুসৰণ কৰি ধৰ্ম্মান্ধ হোৱা অনুচিত। প্ৰকৃত মানবতাই জয় কৰিব নোৱাৰা শক্তি পৃথিবীত একো নাই। ধৰ্ম্মৰ নামত ইমান সঙ্কীৰ্ণতা দেখুৱালে অধৰ্ম্মহে আচৰণ কৰা হয়। চকু মুকলি কৰাহে ধৰ্ম্মৰ উদ্দেশ্য। ধৰ্ম্মৰ বিকৃত ব্যাখ্যাৱে সবল হোজা সকলক উত্তেজিত কৰিব পৰা যায় সঁচা, কিন্তু তাৰ পৰিণাম ফল হয় গৈ অশান্তি। আমাৰ

এটা ধৰ্ম্মৰ লগত অন্য এটাৰ যিমান বিৰোধ সি যদি ধৰ্ম্ম আৰু অধৰ্ম্মৰ মাজত হ'ল হয়! সৰ্ব্ব সাধাৰণৰ মাজত অন্ধ বিশ্বাস আছে যথেষ্ট, কিন্তু সমাজপতি সকলে তাক মষিমূৰ কৰিবলৈ চেষ্টা নকৰি তাৰ সুযোগ লবলৈকেহে নেৰে নিজৰ স্বাৰ্থ পৰিপূৰণৰ বাবে। এই ক্ষেত্ৰতেই তাৰ প্ৰমাণ ওলাই পৰিছে। যি বাবে এনে নিষ্ঠুৰ ব্যৱহাৰ মোক দিয়াবুলি কোৱা হৈছে সি যে আচল কাৰণ নহয় তাক ময়ো জানোঁ আৰু তুমিও নাজানিব নোৱাৰা। স্বাৰ্থ পূৰণৰ বাবে অইনৰ দুৰ্বল ফালটোৰ আশ্ৰয় লোৱাকে সাৰ্থপৰ সকলে বিচক্ষণতা বুলি ভাবে। তুমি কৈছা প্ৰতিকাৰৰ কথা। সমাজৰ উন্মত্ততাৰ চেপাত জোলোকে জোলোকে শৰীৰৰ তেজ দিছোঁ, কিন্তু সেও মনা নাই। এয়েই মোৰ প্ৰতিকাৰ।

অলপ আগতে মাথোন পিতাকে কোৱা কথাবোৰ তেতিয়াও অতুলৰ মনত ঘূৰি-পকি আছিল। কেনেকৈ সাধাৰণ মানুহবোৰক উচটাই তেওঁৰ মান-প্ৰতিপত্তি সকলো নষ্ট কৰিবলৈ অজিতে পাৰেমানে চেষ্টা কৰিছিল সেই বিষয়ে নিজৰ ধাৰণা মতে নানা কথাকে বিদ্যাধৰে পুতেকক কয়। তেওঁ যি কৰিছে সি যে সকলোৰে ভালৰ বাবেহে তাকো পুতেকক জানিবলৈ দিয়ে।

কল্পনাথৰ পৰা কণিকাৰ পিতাকৰ মাটি লোৱা সম্পৰ্কে তেওঁ যুক্তি দেখুৱায় আৰু ইঙ্গিত দিয়ে যে সেইবোৰ অজিতৰ হাতত পৰিলে এদিনতে উৰি গ'ল হয়, যেহেতু নিজৰ খিনিকেই সি বাৰ-ভূতৰ বুকুত ঢালি দিবলৈ কুণ্ঠিত হোৱা নাই। নকলেও হয় এইবোৰ কথাৰ মাজেদি বিদ্যাধৰে অজিতৰ বিৰুদ্ধাচৰণত অতুলৰ সমৰ্থন বিচাৰিছিল। অজিতৰ প্ৰতি আগৰেপৰা নানা কল্পিত কাৰণত বিগৰি থকা অতুলৰ মনত পিতাকৰ কথাবোৰ কিছু পৰিমাণে নহ'লেও থকা নাছিল। অজিতে কথা কৈ যোৱাৰ লগে লগে পিতাকক সমৰ্থন কৰি কৰি দেখুওৱাৰ ইচ্ছা অতুলৰ ক্ৰমে বাঢি উঠে। সি কয়, প্ৰতিকাৰৰ ভাল বুধিকেই পাইছা। গুৰ-মগজু নোহোৱা কেতবোৰৰ সহায় লৈ সমাজত জুই জ্বলিবলৈ চেষ্টা কৰিছা। অইনৰ কথাকে নকওঁ মোৰ পিতাৰ বিৰুদ্ধেও তুমি কম কৰা নাই। কিন্তু যি কৰিলা কৰিলা, ইয়াতকৈ আৰু বেছি নহয়। যদিহে মঙ্গল বাঞ্ছা কৰা এতিয়াও সাৱধান হোৱা।

—ইমানৰ পিছতো মোৰ ওপৰত তোমাৰ তেনে ধাৰণা হ'লে উপায় নাই। তুমিয়েই কোৱা মই দুৰ্ব্বল, মই অপৰাধী আৰু কাজেই প্ৰতিকাৰৰ দিহা কৰিবলৈ

অক্ষম। একে উশাহতে তুমিয়ে আকৌ কোৱা—প্ৰতি-কাৰৰ ভাল বুধিকেই মই পাতিছোঁ। তোমাৰ লগত তৰ্ক কৰা মোৰ অভিপ্ৰায় নহয়। এদিন তুমিয়েই তোমাৰ পিতেৰাৰ বিৰুদ্ধে মোৰ সমুখত মুখ মেলিবলৈ উদ্যত হৈছিলা। তেতিয়াও তোমাক কৈছিলোঁ। আৱে-গেৰে চালিত হৈ কোনো ধাৰণাৰে বশৱৰ্ত্তী নহবলৈ। সেই বিষয়ে আজিও তোমাৰ প্ৰতি মোৰ একেই কথা. কাৰো ওপৰতে মোৰ ব্যক্তিগত আক্ৰোশ নাই। সমাজৰ হিতৰ বাবে কিবা কৰিবলৈ গ'লে দুই চাৰিয়ে যদি নিজৰ স্বাৰ্থত আঘাত পৰা যেন পায় পালে; তেওঁ-লোকৰ তেনে ধাৰণাক কৰ্ত্তব্যৰ বাটত বাধা যাচিবলৈ দিব নোৱাৰোঁ!

—অজিতৰ কথাত অতুল ক্ৰমে কঠোৰ হৈ উঠি-ছিল। সি যেন অজিতৰ লগত আগৰ সম্বন্ধ তেনেই পাহৰি পেলালে। সি ক'লে—যি কিয়ে নোকোৱা, তোমাক বুজিবলৈ আৰু বাকী নাই। বাহ্যিকতাৰে সৰ্ব্বকাল সকলোকে ভুলাই ৰাখিব নোৱাৰা। হেজাৰ সোণৰ মুখেৰে কলেও তোমাৰ অন্তৰৰ হীন অভিপ্ৰায় আৰু গোপন নহয়। নিজৰ সোপাকে বিসৰ্জ্জন দি এতিয়া অইনকো নিজৰ শাৰীলৈ নমোৱাৰ দিহা কৰিছা।

—তোমাক বুজিবলৈ টান পাইছোঁ। কেৱল কু-বাক্য শুনোৱাই তোমাৰ উদ্দেশ্য নে অইন কিবা সঁচাকৈয়ে বুজিব পৰা নাই। সৰ্ব্বসাধাৰণেৰে সৈতে লগ লগাটোকেই যদি হীনতা বুলিছা বোলা। নিজক বৰ বোলাবলৈকে অইনক তল পেলাই থোৱা মনোবৃত্তি মোৰ নহয়। কিন্তু তুমি যেন অইন কিবাহে কবলৈ খুজিছা। ভালেখিনিকেই কৈ পেলাইছা, বাকী যি আছে তাকো কৈ আঁটোৱা; মোৰো সন্দেহ যাওক আৰু তোমাৰো শান্তি হওক।

ঘপকৰে অতুলে সুধিলে,—কণিকাৰ সৰ্ব্বনাশ কৰিলা কিয় ?

—কণিকাৰ আকৌ সৰ্ব্বনাশ কৰিলোঁ। কেনেকৈ ? কণিকাই নিজে নিজৰ অন্যায় নকৰিলে অইনৰ কি সাধ্য যে অন্যায় কৰে ?

—তুমি অস্বীকাৰ কৰিব নোৱাৰা যে কণিকাৰ সলনি কমলাই তোমাৰ অন্তৰত আজি ঠাই পাইছে। তোমাৰ এই অভাৱনীয় পৰিৱৰ্ত্তন নিজৰ চকুত ধৰা নপৰিলেও আৰম্ভণিতে সি কণিকাৰ চকুত ধৰা পৰে। তোমাৰ সন্তুষ্টিৰ বাবে তেতিয়াৰে পৰা বেচাৰীয়ে নিজৰ ঠাই কমলাক এৰি দি লাহে লাহে বাহিৰ হৈ পৰে।

আজি কণিকাৰ যি অৱস্থা হৈছে, তুমি নাজানিব নোৱাৰা যে সি তাৰেই পৰিণতি।

—অতুল, সঁচাকৈয়ে মোক জানিবলৈ দিয়া ই কণিকাৰ মুখৰ উক্তি নে তোমাৰ মনে গঢ়া কথা। স্বাৰ্থৰ চকুৰে কণিকা বা কমলালৈ কেতিয়াও চোৱা নাই। তেনে-স্থলত তুমি যি কথা মোক শুনাইছা, যাৰেই নহওক, তাত থকা ইঙ্গিত মোৰ প্ৰাপ্য নহয়! কমলাৰ বিষয়ে মই চিন্তা কৰাটো কণিকাৰ পক্ষে অসহনীয় হোৱাৰ একো যুক্তি নাই।

—মুখ মেলি কণিকাই একোকে নকলেও তেওঁৰ আচৰণ ভাবৰ সন্ধান মই পাওঁ। এনেয়ে তোমাক এইবোৰ শুনাবলৈ অহাৰ সকাম নাছিল।

—অতুল, তোমাৰ ভুল ধাৰণাৰ বাবে কণিকাক মোৰ অন্তৰত নামিবলৈ দিব নোৱাৰোঁ। তুমি কণিকাৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰিবলৈ গৈ আচলতে তেওঁৰ অন্যায়হে আচৰণ কৰিছা। কণিকাৰ গাত কামনা আৰোপ নকৰাকৈও তেওঁৰ প্ৰতিসহানুভূতি প্ৰকাশ কৰিব পৰা যায়। এই দুখন কাণেৰে কণিকাৰ বিষয়ে কত কথাকেই শুনিছোঁ; কিন্তু কোনোটোকে বিশ্বাস কৰিব পৰা নাই। আজিও শুনোঁ কণিকাই নিজে ভিনীহিয়েক ক চিকিৎসাৰ

বাবে লৈ গৈছে ; চিকিৎসাৰ সকলো খৰচ বহন কৰিছে আৰু তাৰ আনুষঙ্গিক নানা কুকথা। তথাপি মনত সন্দেহ উপজিবলৈ দিয়া নাই। কণিকাৰ বিষয়ে বেয়া ধাৰণা পোষণ নকৰিবলৈ তোমাকো অনুৰোধ কৰিছো।

অজিতৰ কথাত অতুলৰ মনলৈ চিন্তা আহে। সি যি কৈছিল কমলা আৰু অজিতৰ কিবা ভিতৰুৱা সম্পৰ্ক থাকিব পাৰে বুলিহে। কমলাৰ লগত সম্পৰ্ক নোহোৱাকৈ কেৱল কণিকাৰ বিষয়ে সি ভবাই নাই। তাৰ মনত পৰিল বহুদিন আগতে গাওঁৰ মুখিয়াল সকলে কণিকা আৰু ভিনীহিয়েকৰ বিষয়ে কোৱাকুই কৰা কথাবোৰ। সন্দেহত পৰে অতুল। ভাবনা অজিতৰ অন্তৰতো। কণিকাৰ ক্ৰমাগত মানসিক পৰিবৰ্ত্তন তাৰ চকুত ধৰা নপৰাকৈ নাছিল। সেই বিষয়ে নিজৰ মনতে আকৌ এবাৰ ফঁহিয়াই চাবলৈ সি আগ্ৰহ অনুভৱ কৰে, কি জানিবা কোনো দুৰ্ব্বল মুহূৰ্ত্তত সৰ্ব্বনাশী কামনাৰ কবলত কণিকা পৰিছিলেই।

কিছু পৰ মনে মনে থকাৰ পিছত অতুলে মাত লগালে,—কণিকাৰ যি হৈ গ'ল সি আৰু নোহোৱা নহয়। এতিয়া মাথোন আশা—কমলায়ো যেন সেই একে বাটে যাব লগাত নপৰে।

মুখৰ হাঁহিৰে অজিতে ক'লে, মই হলে তেনে সন্দেহৰ কাৰণ দেখা নাই। তথাপি যদি কমলাই তেনে বাট লব লগাত পৰে সি তোমাৰ দোষতেই হব। তুমি আগত থিয় দিলে আগ বঢোৱা ভৰিও তেওঁ নিপিছুৱাই নোৱাৰে।

অজিতক ঠেকত পেলাবলৈ গৈ নিজেহে ঠেকত পৰে অতুল। কি কব কি নকব থিৰ কৰিব নোৱাৰি সি মনে মনে ৰয়।

অজিতে কয়,—তোমাৰ মনোভাৱ বুজি পোৱা যেন পাইছোঁ। ইমানতো যে কমলাৰ বিষয়ে তুমি পাহৰিব পৰা নাই সঁচাকৈয়ে সি সুখৰ কথা, শেষ পৰ্য্যন্ত যেন তোমাৰ মনোবলৰ অভাৱ নহয় তাকেই আশা কৰোঁ।

অতুলে জানে যে অজিতৰ পৰা কমলা সম্পৰ্কে তাৰ মনোভাৱ লুকুৱাবলৈ কৰা চেষ্টা নিষ্ফল। অতুলৰ অৱস্থা বুজিয়েই অজিতে আকৌ কয়,—যি হ'ক তেওঁ চহৰৰ মাজতো কণিকাই তোমাক বিচাৰি উলিয়াবলৈ পাৰিছে। আশাকৰোঁ কণিকাৰ একো অসুবিধা হোৱা নাই।

আলোচনাৰ সোঁত কমলাৰ পৰা কণিকালৈ বাগৰাত অতুলে তেও অলপ সকাহ পোৱা যেন পায়। সি ক'লে,

—হেজাৰ অসুবিধাকো অসুবিধা বুলি নোলোৱাই যেতিয়া কণিকাৰ স্বভাৱ সেই বিষয়ে নাভাবিলেও চলে। অৱশ্যে পৰাখিনি নকথাকৈও এৰা নাই। মৃণাল বৰুৱা মোৰ এগৰাকী বন্ধু। তেওঁৰ ঘৰতে কণিকাক থাকিবলৈ দিয়া হৈছে। কণিকাক পোৱাত তেওঁৰ ঘৈণীয়েক আৰু মাক পিতাকৰ বৰ আনন্দ। সবাতোকৈ বেছি বং ভনী-য়েক অমিয়ৰ। ছোৱালীজনীয়ে কণিকাৰ লগকে এৰিব নোখোজে।

অজিতে ক'লে,—তুমি মাজত আছা বুলিয়েই এনে ব্যৱহাৰ কণিকাই পাইছে; কিন্তু যেতিয়া—

—তোমাৰ ধাৰণা নির্ভুল বুলিব নোৱাৰিলোঁ। কেৱল অইনৰ মুখে শুনিয়েই কণিকাৰ বিষয়ে তেওঁলোকে ধাৰণা লোৱা নহয়; কণিকাৰ ভিতৰৰ যথার্থ পৰিচয়ো পাইছে।

—কিন্তু যেতিয়া কণিকাৰ ওপৰত সমাজে আৰোপ কৰা দোষৰ কথা শুনিবলৈ পাব তেতিয়া আৰু তেওঁ-লোকৰ সেই ভাব নাথাকে। অইনৰ দুখত অইনে সহা-নুভূতি প্রকাশ কৰিব পাৰে হয়; কিন্তু চিন্তাৰ বোজা কঢ়িয়াবলৈ নাযায়। ভালে বেয়াই ইয়াতে থকাই কণিকাৰ পক্ষে ভাল আছিল যেন পাওঁ। কি ভাবি যে কি

কৰিছে কেৱল নিজেহে জানে। এতিয়াও যদি উভতি আহে ভালেই পাম।

— কণিকায়ো ভাবে যে তেওঁ তাত এটা অতিকীয়া বোজা। মোৰ লগত আহিবলৈকেও মন মেলিছিল ; কিন্তু এৰি দিবলৈ অমিয় মান্তি নহয়। পৰীক্ষা হৈ যোৱাৰ পিছত অমিয়য়ো হেনো কণিকাৰ লগতে গাওঁ চাবলৈ আহিব। এই কেইদিনৰ ভিতৰতে অমিয়ৰ ওপৰত কণিকাৰ যথেষ্ট প্ৰাদুৰ্ভাৱ দেখা গৈছে।

—সংসাৰৰ দুষ্ট কীট ভিতৰত প্ৰবেশ কৰা নাই বুলিয়ে হয়তো অমিয়ই এনে ভাব ৰাখিবলৈ পাৰিছে। পিছে তাৰ পৰিবৰ্ত্তন হবলৈকে বেছি পৰৰ আৱশ্যক নহব। বহুৰূপী সংসাৰৰ ভুৱাত ভোল নোযোৱাকৈ ৰোৱা সহজ নহয়।

—অমিয় ছোৱালী হলেও বিশেষত্বৰ অধিকাৰিণী। ছোৱালী অমিয়ৰ ভাব-গতিত ভবিষ্যত আৰ্দশ নাৰীৰ আভাস নিহিত আছে।

—অপৰিচিতা অমিয়ৰ বিষয়ে আলোচনাত সোমাবলৈ মই অপাৰগ। তোমালৈ মাত্ৰ অনুৰোধ যেন কণিকাৰ প্ৰতি উদাসীন নোহোৱা। সঁচাকৈয়ে তুমি মোৰ ধন্য-বাদৰ পাত্ৰ।

অতুলৰ উগ্ৰভাব ইতিমধ্যে নৰম হৈ আহিছিল। অজিতৰ প্ৰতি অবিচাৰ কৰা বুলিও তাৰ বেয়া লাগে। আকৌ বেয়া লাগে যে তাৰ মাকৰ বাবে অজিতে ইমান কৰিলে, অথচ এতিয়ালৈকে সেই বিষয়ে কথাটিও সি উলিওৱা নাই। সি ক'লে,—তোমালৈকেহে মোৰ অশেষ ধন্যবাদ। তুমি আছিলা বুলিয়েই আয়ে কঠিন ব্যাধিৰ পৰাও ৰক্ষা পৰিবলৈ পাৰিছে। তুমি নে'হোৱা হ'লে কি যে ঘটিব নোৱাৰিলেহেঁতেন—ভাবিলেও বুকু কঁপি উঠে। কেনেকৈ যে তোমাৰ ধাৰ শুজিম ভাবি নাপাওঁ।

ইমান বেছিকৈ নকলেও হব অতুল। তোমাৰ কৃতজ্ঞতা আচলতে কমলাৰ হে প্ৰাপ্য।

—কিন্তু কমলাই যি কৰিছিল, তোমাৰ উপদেশতেই।

—পিছে উপদেশ দিওঁতা মিলে, অভাৱ পালেঁাতাৰহে। সেইবোৰ এতিয়া এৰা বাৰু। কেৱল অযথাকৈ কিবা কিবি ভাবি কমলাৰ যেন অন্যায় নকৰা।

অতুল মনে মনে ৰোৱা দেখি অজিতে আকৌ ক'লে, —তোমাৰ ভালেই শুনিছোঁ। তোমাৰপৰা দেশে আগলৈ ভালেমান আশা কৰে।

থিয় দি অতুলে ক'লে,—এতিয়ালৈ আহোঁ বাৰু।

—ইয়াৰ পৰা যোৱাৰ আগেয়ে যেন আকৌ এবাৰ

পাওঁ।

—নিশ্চয় পাবা। তোমাৰ লগত আলোচনা কৰিবলৈ এতিয়াও মোৰ অনেক বাকী।

( ২৭ )

ইয়াৰ ভিতৰতেই চহৰৰ মহিলা সমাজত জনাজাত হৈ পৰে কণিকা। এঠাইত মিলি চাহ-মিঠাই খোৱা আৰু দেহৰ আৱৰণ আৰু আভৰণেৰে নিজ নিজ সম্পদৰ পৰিচয় দিয়াতকৈ যে মহিলা সমাজৰ কৰিব লগীয়া অইন অলেখ কাম আছে কণিকাই তাক নিবেদন কৰে। পোনতে বহুতেই কণিকাৰ কথালৈ মন-কাণ নিদিছিল যদিও, ক্ৰমে সকলোৱে তাইৰ কথাৰ মৰ্ম্ম উপলব্ধি কৰিবলৈ ধৰে আৰু কিছুদিনৰ মূৰত মহিলা সকলৰ এদলে সক্ৰিয়ভাবে কামত লাগিবলৈকেও আগবাঢ়ি আহে। মহিলা সমাজখন কেৱল তথাকথিত ভদ্ৰ পৰিয়াল কেইটাৰ ভিতৰতে সীমাবদ্ধ নহৈ যাতে সকলো ভিকুৰাবে সাধা-

বণ অনুষ্ঠানত পৰিণত হয় তাৰ বাবে তেওঁলোকে চেষ্টা কৰে। গঠনমূলক কামলৈ তেওঁলোকে মন দিয়াৰ ফলত এটি শিপিনী ভঁৰালো গঢ়ি উঠে আৰু এই ভঁৰালৰ যোগেদি নিজৰ হাতৰ কাম বিক্ৰয় কৰিবলৈ শ্ৰমৰ মৰ্য্যাদা বুজা তিৰুতাসকলৰ সুযোগ মিলে। চহৰৰ লোকসকলে এই ভঁৰালৰপৰা কাপোৰ-কাণি খৰিদ কৰিবলৈ লাহে লাহে আগ্ৰহান্বিত হয়। তিৰুতাসকলৰ মানসিক পৰিসৰ বঢ়াবলৈকেও মহিলা সমাজে উপযুক্ত ব্যৱস্থা লয়। এই সকলোবোৰ কামৰে গুৰিত আছিল কণিকা।

চহৰৰ চকীত ঠেং তুলি খোৱা স্বভাৱ অনুকৰণ নকৰি কণিকাই নিজেও কামত লাগে। মৃণাল বৰুৱাৰ ঘৰত কৰিবলৈ বিশেষ কাম নাথাকিলেও নিজক ব্যস্ত ৰাখিবলৈ কণিকাই উপায় উলিয়াই লয়। তাই কপাহ অনাই তাকে বাছি, ধুনি, নেওঠি পাঁজি বটে। পাঁজিৰ পৰা সূতা কাটে আৰু সেই সূতাৰে কাপোৰ বয়। অমিয়য়ো কণিকাৰ পৰা এইবোৰ কাম শিকিবলৈ ধৰে। বৰুৱাৰ ঘৰত তিনিজনকৈ চাকৰ, যদিও তিনিজনৰ জোখাৰে কৰিবলৈ কামৰ অভাৱ। কণিকাই ঘৰৰ পাছফালে এনেয়ে পৰি থকা ঠাইখিনিত শাক-পাচলি লগাবলৈ সিহঁতক দিহা দিয়ে। এই কামত তাই নিজেও সিহঁতক

সহায় কৰে। মৃণাল বৰুৱাই হাঁহি হাঁহি কয়,—কণিকাই দেখিছোঁ আমাক চহকী কৰিহে এৰিব ; শাক-পাচলি, কাপোৰ-কানি কিনিব নালাগিলে আমাৰনো আৰু কিহৰ চিন্তা ! কণিকায়ো হাঁহিয়েই উত্তৰ দিয়ে,—শাক-পাচলিৰ প্ৰয়োজন আপোনাৰ নাথাকিলে তাৰপৰা যি দুপইচা হয় সিহঁতেই নিব, সেই বিষয়ে আপুনি চিন্তা নকৰিলেও চলিব। অধিক শস্য উৎপাদনৰ কথা বাহিৰত আওৰা বলৈকেহে ! হাতেকটা সূতাৰ কাপোৰ গাত লোৱা আপোনাৰ পক্ষেতো অসম্ভৱেই, ঘৰুনিত যদি চলি যায় ! বৰ ভাল লাগে বৰুৱাৰ। তেওঁ কয়,—বয়সত সৰু হলেও তুমি মোৰ বাইদেউ, কণিকা ; তোমাৰ শাসন বং মনেৰে মই মানি লম। অকল মই কিয় গোটেইটো পৰিয়ালেই মানিব লাগিব ! ককায়েকৰ কথা শুনি অমিয়ই কণিকাৰ মুখলৈ চাই হাঁহে।

পৰীক্ষা হৈ যোৱাৰ পিছৰ পৰা অমিয়ই কণিকাৰ লগতে ইটো সিটো কাম কৰি নাইবা কথা-বতৰা পাতি সময় কটায়। অমিয় বুদ্ধিমতী আৰু লিখা-পঢ়াত পাকৈত। হলেও খনচেৰেক পুথি, জনচেৰেক লিখক আৰু কেইটা-মান ইংৰাজী শব্দৰ বাহিৰে নিজক কণিকাতকৈ অইন কিবা বেছি জনা বুলি তাই নাভাবে। কণিকাৰ বিষয়

ধৰিব আৰু বুজিব পৰা শক্তিত তাই তৱধ মানে। কণিকাৰে সৈতে কৰা আলোচনাকে যে তাই নকৰে! কণিকায়ো অমিয়ক বৰ ভাল পায় আৰু মৰম কৰে। অমিয়ৰ বুদ্ধি বৃত্তি আৰু আন্তৰিকতাত কণিকা মুগ্ধ হয়।

কথা বতৰাৰ মাজত কণিকাই এদিন হাঁহিৰে অমিয়লৈ চাই উলিয়ালে,—যোৱাৰ আগেয়ে তোমাৰ বিয়াখন চাই যাব খুজিছোঁ, অমিয়। তোমাৰ ঘৰৰো সকলোৰে ইচ্ছা যে বিয়াখন সোনকালে হৈ যাওক। শুভকাৰ্য্য অবিলম্বে সমাধা হোৱাই ভাল, কি বোলা?

কণিকাৰ আগত অমিয়ই সমূলি লাজ নকৰিছিল। তাই ক'লে,—বুলিম আকৌ কি? তুমি হাতত লোৱা কাম সিজিবই। পিছে বিয়া বুলিয়ে সকলো বিয়াকে শুভকাৰ্য্য নোবোলা যেন।

কণিকাৰ হাঁহি উঠে। অমিয়ৰ মুখলৈ চাই তাই কয়,—এই বিয়াত অনেকথা উঠিব নোৱাৰে, অমিয়। মোৰ বিশ্বাস—অতুলে ইবেলি ঘৰৰ পৰাও সম্মতি লৈ আহিছে। একেই অতুল ধনবান আৰু গুণৱান, তাতে আকৌ উচ্চ পদৰ কৰ্ম্মচাৰী; তোমালোকৰ ই যে মধুৰ মিলনেই হব তাত সন্দেহ নাই। বিয়াৰ দাৰ্শনিক তথ্যৰ কথা এতিয়া থুলিয়ালেও হব থাক; সেই বিষয়ে

আলচ কৰিবলৈ পিছতো সময় পোৱা যাব।

অমিয়ই ক'লে,—বিয়াৰ কথা এৰি থোৱা, বাইদেউ।

—কিয় ? লাজ লাগে নহয় ? বৰ লাজকুৰীয়া জনী ওলাল হি !

—নহয় বাইদেউ, অইন কিবা এটা হে তোমাক সুধিব খুজিছোঁ যদি বেয়া নোপোৱা।

—বুজিছোঁ তোমাৰ বুধি। তথাপি, সোধা বাৰু কি সুধিব খুজিছা।

—কোৱাচোন বাই দেউ কমলা কোন।

—কমলা ! কোন কমলাৰ কথা কৈছা ? কমলাক তুমি কেনেকৈ চিনি পোৱা ?

—চিনি নাপালেও অন্ততঃ অলপ অচৰপ তেওঁৰ বিষয়ে জানোঁ। বাৰু বাইদেউ, কমলা অজিতৰ কি হয় ? তেওঁ লোকৰ কথা জানা বুলিহে তোমাক সুধিছোঁ।

অমিয়ৰ কথাৰ পৰা কণিকাই ততালিকে ঠাৱৰায় যে অতুলৰ মুখে অজিত আৰু কমলাৰ তাই সন্দেহ কৰা গুপুত সম্বন্ধৰ বিষয়ে অমিয়ই নিশ্চই শুনিবলৈ পাইছে। এনে ভাবো কণিকাৰ হয় যে তাইৰ বিষয়ে জানিবলৈকো অমিয়ৰ আৰু বাকী থোৱা নাই। অজিত আৰু কমলাৰ কথা উলিয়াই অমিয়ই তাইক পেংলাই

কথা নাইতো ?—এই প্ৰশ্নও তাৰ অন্তৰত জাগে। এইবোৰ কথাও যদি তাই তাৰ পৰা উলিয়াই লব পাৰিছে, তেন্তে অতুলৰ সৈতে তাইৰ বিয়াৰ বিষয়ে উলিও-ৱাতো তাক তল পেলাবলৈ চেষ্টা কৰি তাই অইন কথাৰ অৱতাৰণা কৰিব কিয়—সেই বিষয়ে কণিকাই সমূলি নাভাবিলে। অজিত আৰু কমলাৰ মাজত থকা সম্বন্ধৰ বিষয়ে কণিকাৰ যি ধাৰণা অমিয়ৰ কথাত তাৰ সমৰ্থন বিচাৰি পোৱাই আছিল তাইৰ এনে অৱস্থাৰ কাৰণ। তথাপি অন্তৰৰ অস্থিৰতা দমাবলৈ কণিকাই চেষ্টা কৰে। নিজকে নিজে তাই বুজনি দিয়ে যে সকলো আকৰ্ষণ এৰাই, সকলো সম্বন্ধ ত্যাগ কৰি তাই আতৰি আহিছে যেতিয়া সেইবোৰ কথা আকৌ ভাবিবলৈ গ'লে তাই দুৰ্ব্বলতাৰ আশ্ৰয় লোৱা হব, আত্ম—প্ৰবঞ্চনা কৰা হব। লগে লগে তাইৰ মনলৈ আহে শঙ্কৰৰ স্মৃতি। অন্তৰত তাই বল পায়। অমিয়লৈ চাই যিমান পাৰে সুস্থিৰ ভাবেই তাই ক'লে,—আপোনাৰ পৰা সকলো কথা জানিও মোৰ লগত ইহঁতে ছলনা কিয় অমিয় ? আজি কিমান দিন তোমাৰ লগতে কটালোঁ, এদিনো কোপতি তেও জানিবলৈ নিদিলা যে মোৰ অৱস্থাত আমোদ লাভ কৰাই তোমাৰ উদ্দেশ্য। তুমিও যে এনে পেট-কেৰুণীয়া হব পৰা—ধাৰণাই নাছিল ;

বুজিছোঁ।-মোৰ লাঞ্ছনাৰ অৱসান হবলৈ এতিয়াও বাকী আৰু সেই বাবেই হবলা আশ্রয় পালোঁ তোমালোকৰ ঘৰত।

কণিকাৰ কথাত ক্ষুণ্ণ হৈ কৈ উঠিল অমিয়ই,—কি কৈছা বাই দেউ? বিশ্বাস কৰা—তোমাক আঘাত দিয়া মোৰ কল্পনাৰো অতীত। মোৰ প্রতি তুমি অবিচাৰ কৰিলে মনোবেদনাৰ সীমা নোহোৱা হব। আশ্রয় পোৱাৰ কথা কৈ আকৌ লাজ নিদিয়া যেন। জানাই তুমি—ঘৰৰ কেৱে পৰ বুলি তোমাক নাভাবে। ইয়াকো কওঁ যে কমলা বা অজিতৰ বিষয়ে সবিশেষ একোকে মই নাজানোঁ।

সৰু ছোৱালীজনীৰ দৰে কণিকাৰ গলত সাবট মাৰি ধৰে অমিয়ই। কণিকাৰ বেয়া লাগে। তাই কয়,—বৰ বেছিলৈ গৈ থাকিলে মাফ কৰিবা অমিয়। তোমাৰ অন্তৰত বেয়া ভাব নাথাকিবও পাৰে, আঁতি-গুৰি বৃত্তান্ত নজনা বাবেও এনেবোৰ কথা মোক সুধিব পাৰা; কিন্তু অতুলে মোৰ আগত তোমাৰ মুখেদি এইবোৰ উলিয়াবলৈ বুধি পাঙিব নালাগিছিল। তুমি আচৰিত নহ'বা অমিয় যদি মই কওঁ যে অতুলৰ পিতাকে মোৰ বৰ্ত্তমান অৱস্থাৰ বাবে অন্ততঃ নিজৰ ওচৰত দোষ অস্বীকাৰ কৰিবলৈ নোৱাৰিব। কিন্তু পুতেকেও

যে বাপেকৰ দৰে মোক লাঞ্ছনাত পেলাবলৈ যাব তেনে ভাব এতিয়ালৈকে মোৰ সমূলি নাছিল।

—সঁচাকৈয়ে কৈছোঁ বাইদেউ, তেওঁৰ পৰা একোকে মই শুনিবলৈ পোৱা নাই। তোমাৰ পৰিচয় দিবলৈ গৈ যি অকণ কৈছিল সিও আছিল প্ৰশংসাৰে মাথোন ভৰপূৰ। এনেয়ে এজনৰ ওপৰত দোষাৰোপ কৰিব নোৱাৰি।

—অতুলক লেটিয়াবলৈ নোযোৱা বাবে তোমাক প্ৰশংসাই কৰিব লাগিব অমিয়।

—বাইদেউ, ই যুক্তিতৰ্ক বা পক্ষ সমৰ্থনৰ কথা হোৱা নাই। মোৰ বিয়াৰ বিষয়ে চলা জল্পনা কল্পনাৰ পৰা একো ধাৰণা নোলোৱা যেন। তোমাৰ পৰা লুকাবলৈ মোৰ একোৱে নাই। সকলো কথাকে তোমাক ওচৰত ভাঙিম বুলি ভাবি আছোঁ। কেৱে একো নকলেও অজিতৰ বিষয়ে জানিবলৈ পাইছোঁ, লগতে কমলা আৰু তোমাৰ বিষয়েও। তোমালোকৰ পৰম ভাগ্য যে অজিতক দাদা বুলিবলৈ পাইছা। তোমাৰ শক্তিৰ পৰাই অনুমান কৰিছোঁ তেওঁ কিমান শক্তিমান। এইবোৰকে তোমাক জনাবলৈ মন কৰিছিলোঁ। মোৰ বিয়াৰ প্ৰস্তাৱৰ ওপৰত কাৰো আৰোপ কৰাৰ একো কাৰণকে মই দেখা নাই।

অমিয়ৰ হাত এখন কোলাতলৈ কণিকাই শুধিলে,—

—এইবোৰ কথা তেন্তে কেনেকৈ জানিলা অমিয় ?

—চিঠিৰ পৰা।

—চিঠিৰ পৰা ! কাৰ চিঠি ?

—কমলাৰ।

—অজিত দাদালৈ লিখা ?

—নহয় অতুল দাদালৈ। চিঠিখন তেওঁ এটা কিতাপৰ মাজত ৰাখিছিল। দাদাই সেই কিতাপ খনকে পঢ়িবলৈ আনি মেজৰ ওপৰত থৈ দিয়ে আৰু তাৰে পৰা চিঠি-খান মই পাওঁ।

নিজৰ দুহাতৰ মাজত অমিয়ৰ হাত দুখন লৈ কণিকাই ক'লে,—চিঠিখন মোক চাবলৈ দিয়া অমিয়। কথা দিছোঁ —কেৱে এই বিষয়ে একো জানিবলৈ নাপায়।

অমিয়ই ভিতৰৰ পৰা চিঠিখন লৈ আহি কণিকাৰ হাতত দিলে আৰু অলপ আতৰি গৈ অতি আগ্ৰহেৰে কণিকাই তাক পঢ়িবলৈ ধৰিলে। কেইবাবাৰো চিঠিখন পঢ়ি অঁতাই কণিকাই মূৰ দাঙি অমিয়ৰ মুখলৈ চালে। অমিয়ই দেখে যে কণিকাৰ চকুত পানী। তাই কণিকাৰ কাষ চাপি সুধিলে,—তোমাৰ চকুত পানী কিয় বাই দেউ ?

—দুখৰ চকু-পানী নহয় অমিয়, আনন্দৰ। তুমি মোৰ ডাঙৰ ভুল এটা ভাঙি দিলা।

অমিয়ই একো নামাতি কণিকাৰ মুখলৈকে চাই ৰ'ল। কণিকাই আঁচলেৰে চকু-মুখ মচি কৰলৈ ধৰিলে,—দেৱতাকো দানৱ সজাবলৈ গৈছিলোঁ। বুজিয়েই কিজানি মোৰ এনে শাস্তি। এদিন যেনেকৈ অইন এখন চিঠিৰ পৰা মই ভুলত পৰিছিলোঁ, আজি তেনেকৈ এই চিঠিয়ে মোৰ সেই ভুল ভাঙি দিলে। আজি বুজি পাইছোঁ—কমলালৈ দিয়া সেই চিঠি অজিত দাদাৰ নাছিল, আছিল অতুলৰ। মাথোন চিঠি এখনৰ পৰা অজিত দাদাৰ দৰে লোক এজনৰ বিষয়ে কি বুজিবা অমিয়! সাত দিন সাত ৰাতি কৈয়ো যে তেওঁৰ কথা অন্ত কৰিব নোৱাৰি!

তথাপি একো নামাতি অমিয় মনে মনে ৰ'ল। অলপ সময় অমিয়ৰ মুখলৈ চাই ৰোৱাৰ পিছত তাইৰ পিঠিত হাত বুলাই বুলাই কণিকাই ক'লে,—তুমি কিন্তু মন কেনেবা কৰিব নোৱাৰা, অমিয়। তোমাক ভাল পোৱা বোৱা পোৱাৰ লগত কমলালৈ অতুলৰ এই প্ৰাণৰ টানৰ সম্বন্ধ নাই, কমলাক তুমি দেখা নাই, দেখিলে সকলো বুজিলাহেঁতেন।

অমিয়ই ক'লে,—নুবুজিলেও অনুমান কৰিছোঁ। তেওঁ-লোকৰ মিলন সোনকালে সম্পূৰ্ণ হোৱাকে কামনা কৰোঁ।

অতুল দাদাৰ বৰ্ত্তমান চঞ্চলতা কমলাৰ পৰাহে দূৰ হব। সঁচাকৈ কৈছোঁ, বাইদেউ—নিজৰ বিয়াৰ বাবে ব্যস্ত হোৱাৰ কেতিয়াও একো কাৰণকে অনুভৱ কৰা নাছিলোঁ।।

—সি তোমাৰ যোগ্য আচৰণ হৈছে, অমিয়। এতিয়া অতুল আৰু কমলাৰ মিলনতো সহায় হোৱা যেন। অজিত দাদাই চেষ্টা কৰিছে যেতিয়া সি ব্যৰ্থ নহব বুলিয়েই ভাবোঁ।

—চেষ্টা আকৌ কিয় বাই দেউ? দুজনৰ একে অইনক ভাল পালেই নহয় জানো?

—কমলা বিধৱা—বাল্য বিবাহৰ বলি।

—কমলা বিধৱা! তেন্তে বাই দেউ, এই বিয়াত সকলোৰে কৰ্ত্তব্য আছে। এই বিয়াৰ পৰা দুটা প্ৰাণীৰ সুখ হোৱাৰ উপৰিও নাৰী জাতিয়ে প্ৰাপ্য অধিকাৰ লাভ কৰিব, পুৰুষৰ শক্তি বৃদ্ধি পাব আৰু সমাজ ভালে মান অগুৱাই যাব

—তোমাক পোৱা হ'লে অজিত দাদাই বুকুত সাবটি ল'লেহেঁতেন, অমিয়।

অমিয়ৰ বুকুখন লৰি উঠে। তাই ক'লে,—গাওঁলৈ গৈ আপোনাৰ অজিত দাদাক এবাৰ চাব খোজোঁ বাইদেউ। নিবনে?

অশ্বিৰ চিন্তেৰে কণিকাই কয়,—মই? —তেওঁৰ কাষলৈ? সি আৰু নহয়, অমিয়। মোৰ অন্তৰ সন্দেহেৰে ভৰপূৰ—মই দুৰ্ব্বল। তেওঁৰ আগত ওলোৱাৰ বাট মোৰ আৰু খোলা নাই। এতিয়াও তোমাক বহু কথা কবলৈ বাকী। সকলো কথা জানিলে বুজিবা বুকুত মোৰ কি জ্বালা।

কণিকা নীৰৱ হৈ পৰে। কল্পনাৰ তুলিৰে অজিতৰ ছবি আঁকিবলৈ ধৰে অমিয়ই।

(২৮)

খাতিপুৰাতে মৃণাল বৰুৱাৰ ঘৰত ওলায়হি কনকক লগত লৈ পিতাকেৰে সৈতে কমলা। কিবা কাৰণত অমিয় তেতিয়া বাহিৰতে আছিল। অচিনাকী মানুহ দেখি তাই আগবাঢ়ি আহে আৰু কমলাই ভাইক কণিকাৰ কথা সোধে। অলপ পৰ মুখলৈ চোৱা-চুইকৈ থাকি অমিয় আৰু কমলাৰ প্ৰত্যেকেই যেন কিবা এটি অনু-

মান কৰে। কেৱল অমিয়য়েই কমলাৰ বিষয় জনা নহয়, কমলায়ো অমিয়ৰ কথা অতুলৰ মুখে শুনিছিল।

কমলা আৰু কনকক লগতলৈ অমিয় ভিতৰ সোমাল আৰু মানুহ অহা বুলি কৈ ককায়েক মৃণাল বৰুৱাক বাহিৰলৈ পঠিয়াই দিলে। সেই সময়ত কণিকাই গা ধুইছিল। কমলা আৰু কনকক চকী দুখনত বহুৱাই অমিয় গা ধোৱা ঘৰৰ সমুখলৈ গ'ল আৰু একে উশাহতে কণিকাক মাতিবলৈ ধৰিলে। তিতা কাপোৰ দুখন ভিতৰতে এৰি ততাতৈয়াকৈ কণিকা ওলাই আহিল আৰু কি হৈছে বুলি অমিয়ক সুধিলে। মুখেৰে একো নামাতি ঘৰৰ ভিতৰলৈকে মাথোন অমিয়ই আঙুলিয়াই দেখুৱালে। অমিয়ৰ পাছে পাছে আহি কণিকা কমলা-হঁত বহা কোঠাটোত সোমাল। কণিকাক দেখিয়েই কনকে বাইদেউ বুলি চিঞৰি উঠিল। কণিকায়ো কনক, ভাইটি বুলি আগবাঢ়ি আহি কনকক সাবটমাৰি ধৰিলে। কনকে ফেঁকুৰি ফেঁকুৰি কান্দে আৰু কণিকাৰ দুগালৰ ওপৰেদি বাগৰি অহা নীৰৱ চকু-পানীৰ ডাঙৰ টোপালবোৰ কনকৰ মুখতে টপ্ টপ্ কৈ সৰি পৰিবলৈ ধৰে। কণিকাৰ ওচৰ চাপি কমলাই ক'লে,—কি কৰিছা বাইদেউ। গোটেইটো ৰাতি বেল গাড়ীত সি কষ্ট খাই

আহিছে। এতিয়া যদি আকৌ এইদৰে কন্দুওৱা তাৰ কি অৱস্থা হব ভাবি চোৱাচোন। অইনেই বা কি ভাবিব !

চকু-পানীৰ মাজতো গম্ভীৰ মাতেৰে কণিকাই ক'লে, —তোমাৰ বা অমিয়ৰ পৰা গোপন কৰিবলৈ মোৰ একো নাই কমলা। কি কৰিম ! প্ৰাণে যে নামানে !

অমিয়ই কমলাৰ মুখলৈকে চায়েই আছিল। কমলায়ো অমিয়ৰ মুখলৈ চোৱাত পৰিচয় সম্পৰ্কে যি একেবা সন্দেহ আছিল সি নাইকিয়া হৈ গ'ল। একেৰ দৃষ্টিয়ে যেন অইনক জনাই দিলে—ধৰা পৰিছা, আক সাবিব নোৱাৰা।

আগুৱাই আহি কণিকাৰ ছুবাহুৰ মাজৰ পৰা অমিয়ই কনকক কোলাত তুলি ল'লে আক কণিকালৈ চাই ক'লে,—কমলাক গা ধুবলৈকেহে দিব লাগে বাই-দেউ। বাহিৰতো মানুহ এজন আছে।

কণিকাই কমলাৰ মুখলৈকে চায়। কমলাই কয়,— অইন কোনো নহয়—পিতাদেউ। ইমানপৰে ভেওঁ বাবই পায়।

চাকৰ এজনে অমিয়ক জনায়হি যে কণায়েকৰ লগত কমলাৰ পিতাক অতুলৰ ঘৰলৈকে গ'ল।

অমিয়ই কনকক ভিতৰলৈ লৈ গৈ কিবা কিবি খাবলৈ দিলে।

কণিকাই কমলালৈ চাই ক'লে—তুমি আহিছা—ভালেই হৈছে, কমলা। সেইবে অতুলৰ মুখে সাধাৰণ দুই এটি কথা শুনিলোঁ। তাৰ পিছৰপৰা একো শুনিবলৈ পোৱা নাই। কনককো দেখিবলৈ পালোঁ।

কমলা মনে মনে ৰ'ল। অলপ পিছতে মৃণাল বৰুৱাৰ মাক আৰু ঘৈণীয়েক দুয়ো ওলাই আহি কমলাক গা ধুবলৈ ক'লে। বৰুৱাৰ ঘৈণীয়েকে কমলাক ভিতৰলৈ লৈয়েই গ'ল আৰু অমিয়ৰে সৈতে লগ লগাই দিলে গৈ। মৃণালৰ মাকে কণিকাৰ গা-মূৰত হাত বুলাই ভাইক প্ৰবোধ দিবলৈ ধৰিলে।

* * * *

কণিকাই সুধিলে,—দুদিন আগতে অতুলৰ পিতাক আৰু কোনোবা কোনোবা অহা বুলি শুনিলোঁ। আজি আকৌ তোমালোকো ওলালাহি। এনেকৈ অহাৰ কাৰণ কি কমলা?

অলপ টলকামাৰি থোৱাৰ পিছত কমলাই ক'লে,—মোৰ মুখৰ পৰা শুনিবলৈ খুজিলেই ভাল পাওঁ বাইদেউ, এনেয়ে সকলো শুনিবলৈ পাব।

কণিকাৰ আগ্ৰহ বাঢ়ি যায়। সুধিলে কওঁ;—নহয় কমলা

মোক চিন্তাত নেপেলাবা। কোন্নাচোন কি কৰলৈ আছে। কওঁ নকওঁকৈ কমলাই মাথোন ক'লে,—পুলিচে—এই শব্দটিৰ পৰাই যেন ঘটনাৰ সন্ধান কণিকাই পালে। তাই কৈ উঠিল,—ধৰি নিছে? কাক? অজিত দাদাক নহয় নে? কমলা মূৰ তলকৈ ক'ল।

কণিকা অস্থিৰ নহ'ল। কেৱল তাইৰ দুচকুৰ পৰা কেইটোপামান চকু-পানী পিৰ্ পিৰ্ কৈ সাৰি পৰিল। তাই সুধিলে,—ধৰি ক'লৈ নিলে?

—ইয়ালৈকেই আনিছে। দুই এদিনতে বিচাৰ হৈ যাব বুলিও শুনিছোঁ। প্ৰথমে মহকুমালৈকেই নিছিল। কিন্তু গাওঁৰপৰা বাইজ গৈ মুক্তিৰ দাবী জনোৱাত তাত নাৰাখি বিচাৰৰ বাবে সদৰলৈ পঠিয়াই দিছে।

—গাওঁৰ মানুহে বৰ বেয়া পাইছে নহয় নে?

—সকলোৱে বেয়া পাইছে। গোটেই অঞ্চলটোতে এটি নিৰানন্দৰ ছাঁ পৰি গৈছিল। কিছুমান যে উত্তেজিত হৈয়েই উঠিছিল, অজিতদাদাই বুজাই বঢ়াইহে ৰাখিছে।

কণিকাৰ চকু-মুখ পোহৰ হৈ উঠিল। তাই ক'লে,—কাৰ সাধ্য কমলা যে তেওঁৰ আদৰ্শক আগচেটা দিয়ে! আদৰ্শৰ জয়েই তেওঁৰ জয়। মোৰ বিশ্বাস অজিত দাদাক লৈ অহাৰ পিছত তেওঁ আৰম্ভ কৰা

কামবোৰৰ কোনোটোৱেই বৈ থকা নাই।

—সকলো কামেই আগৰ দৰে চলি আছে। কত-জনেই যে আজি তেওঁৰ আদৰ্শৰে অনুপ্ৰাণিত।

অসমীয়া বাতৰি কাকতখন হাতত লৈ অমিয় সোমাই আহিল আৰু তাৰে একাল উলিয়াই কণিকাক পঢ়িবলৈ দিলে। সেই সংখ্যা কাকতত অজিতৰ গ্ৰেপ্তাৰৰ বাতৰি প্ৰকাশ হৈছিল। বাতৰিটোৰ ওপৰে ওপৰে চকু ফুৰাই কণিকাই ক'লে,—কথা মিছা নহয় অমিয়। এই মাত্ৰ কমলাৰ পৰাও শুনিলোঁ।

অমিয়ই সুধিলে,—এতিয়া কি হ'ব বাইদেউ?

—হ'ব আৰু কি? তেওঁ দাঙি ধৰা আদৰ্শৰ ওপ-ৰত সকলোৰে দৃষ্টি পৰিব, তেওঁ অনুসৰণ কৰা বাটৰ নিৰ্ভুলতা প্ৰমাণ হ'ব। এজনৰ দুখ-কষ্টৰ পৰা যদি সমাজৰ মঙ্গল হয় তাৰ বাবে মন কেনেৰা নকৰাই ভাল।

একো নামাতি কমলাৰ কাষতে বহি পৰিল অমিয়। কমলালৈ চাই কণিকাই সুধিলে,—অজিত দাদাই কি দোষ কৰিলে কমলা?

কমলাই ক'লে,—বিশেষ কব নোৱাৰোঁ। তেওঁ বোলে কিবা ভুল নীতিত চলিছিল আৰু সৰ্ব্বসাধাৰণক উত্তেজিত কৰি অশান্তিৰ সৃষ্টি কৰিছিল।

—এৰা সেৱাৰ নামত স্বার্থ পূৰণ কৰিবলৈ বিচৰা আমাৰ নেতা-মুখিয়াল সকলক বাধা দিবলৈ গ'লেই সৃষ্টি হয় অশান্তিৰ, সূচনা হয় বিদ্রোহৰ। তেওঁলোকৰ সঙ্কীর্ণতাক উদাৰতা আৰু স্বার্থপৰতাক পৰার্থপৰতা বুবুলিলে আৰু ৰক্ষা নাই। সর্ব্বসাধাৰণৰ যি কি অৱস্থাই নহওক লাগে তেওঁলোকে শান্তি বুলিলেই শান্তি আৰু অশান্তি বুলি-লেই অশান্তি।

কমলা আৰু অমিয় দুয়ো কণিকাৰ মুখলৈ চায়। কণিকাই ক'লে,—এই বিচাৰত সাক্ষ্য দিবলৈকেই তেন্তে অতুলৰ পিতাক আহিছে নহয়নে? সেয়ে হ'লে বিচাৰ যে সুবিচাৰেই হ'ব তাত সন্দেহ নাই।

কমলাই ক'লে,—নহয় বাইদেউ, তেওঁলোকৰ মতৰ এতিয়া ভালেখিনি পৰিবর্ত্তন হৈছে। ঘটনাৰ পৰিণতিয়ে সাৱধান হবলৈ শিকোৱাৰ ফল বুলিয়েই ধৰক। সময় আৰু অৱস্থাৰ দাবী অগ্রাহ্য কৰাৰ সাহস তেওঁলোকৰ আৰু নহব যেন পাওঁ।

কণিকাই হাঁহে। অমিয়ৰ মুখমণ্ডলতো আমোদৰ ৰেখা এটি বিৰিঙি ওলায়।

কণিকাৰ পৰা অমিয়লৈ আৰু অমিয়ৰ পৰা কণিকালৈ চাই কমলাই হঠাতে সুধি পেলালে,—অতুল দাদাৰ বিয়া

কেতিয়া ?

অমিয় চমকি উঠিল। কণিকাই ক'লে,—অতুলৰ বিয়া! ঘৰলৈ যাওতে তেওঁ সেই বিষয়ে ক'লে হবলা!

—তেওঁ কোৱা নোকোৱাৰ কথা নাজানোঁ। ইয়াৰ পৰাহে বোলে কিবা বাতৰি গৈছে। এই সুযোগতে পিতাকে বিয়াৰো আলোচনা কৰিব বুলি শুনিছোঁ।

অমিয় শুচি প'ল। কমলাই ক'লে—অমিয়ৰ লগতে নহয়নে বাইদেউ? বৰ ভাল হ'ব কিন্তু। অমিয় গাওঁলৈ গ'লে কি যে আনন্দ পাম! অতুলদাদাই হলে বিয়াৰ কথা সমূলি নকলে, এনেয়ে কেৱল অমিয়ৰ নাম উলিয়াইছিল।

—নিজক প্ৰবঞ্চনা কৰিবলৈ চেষ্টা কৰিছা কিয় কমলা? সকলো কথাৰে মই বুজ পাইছোঁ।

—এই বোৰ কি কথা বাইদেউ? অতুল দাদায়ো কিবা সৰ্ব্বনাশ কৰা বুলি মোৰ ওপৰত দোষাৰোপ কৰিছিল।

—সেইবোৰ আৰু শুনিয়াবা কমলা। মোৰ সকলো ভুল ভাঙিছে, অতুলৰো ভাঙিব। একোতেই তেওঁ তোমাক এৰিব নোৱাৰে। মই যেতিয়া এই কথা সমূলি নাজানিছিলোঁ, অমিয়ই তেতিয়াই তাক জানিছিল।

—এদিন তেনে আশা আছিল বাইদেউ। তেতিয়া সংসাৰখনক ধৰিছিলোঁ চিধা বুলি। আজি সংসাৰৰ স্বৰূপ বুজি পোৱাত সেই আশা মোৰ আঁতৰি গৈছে। অইনৰ অনুগ্ৰহৰ লুভীয়া বুলি যেন মোক নাভাবা।

অমিয় ওলাই আহি আগৰ ঠাইতে বহিল। কমলাই অমিয়লৈ চাই হাঁহিৰে ক'লে,—আহিছো যেতিয়া তোমাৰ বিয়া খনকে চাই যাম।

অমিয়ই ক'লে,—বিয়া চোৱাৰ আগ্ৰহ মোৰো কম নহয়। চাওঁচোন বাৰু অতুল দাদাই কেনেকৈ মনে মনে বয়।

আলোচনাৰ বিষয় সলাই কণিকাই কমলাক সুধিলে, —আইতাৰ অকলে অকলে বৰ অসুবিধা নহৈছেনে কমলা?

—তেন্তে তাকো তুমি শুনা নাই?

—কি?

—আইতা—আইতা ঢুকাল।

—ঢুকাল!

কিছুপৰ মনে মনে বৈ কণিকাই ক'লে,—সহানুভূতিৰে পূৰ সৰল হিয়া এখনি নাইকিয়া হ'ল। দেখিবলৈ আৰু নাপালোঁ।

কমলাই ক'লে,—তোমাৰ কথা তেওঁ পাহৰা নাছিল।

সেই বিষয়ে কথা ওলালেই তেওঁৰ চকু চলচলীয়া হৈ পৰিছিল। বিশেষ চিন্তা কৰিছিল তেওঁ অজিত দাদাৰ বিষয়ে। মূৰত হাত বুলাই বুলাই তেওঁক কৈছিল,— নিজৰ শৰীৰলৈকেও চকু দিবি। দহৰ কাম কৰিবলৈ হলেও যে ভালে থকাৰ প্ৰয়োজন। ইমান দিনে আৰু তোক নোৱাৰিলোঁ। যোৱাৰ আগেয়ে আজিও আকৌ কওঁ সেই বিয়াৰে কথা -সংসাৰত আৱদ্ধ হবলৈ নহয়, কৰ্ত্তব্য কামত সহায় লভিবলৈ। মোক সুখেৰে মৰিবলৈ দে। অজিত দাদাই আৰু তৰ্ক নকৰিলে; হাত এখনেৰে চকু জুৰি মোহাৰি মোহাৰি ক'লে,—সুযোগ পালে তাকেই কৰিম আইতা, তুমি চিন্তা নকৰিবা। তোমাৰ অমৰ আত্মাৰ আশীৰ্ব্বাদ সদায়ে যেন মূৰত পৰে।

অমিয়ৰ চকু জুৰি চলচলীয়া হৈ উঠে আৰু কণিকাই একেথৰে কমলাৰ মুখলৈকে চাই ৰয়।

হঠাতে মৃণাল বৰুৱা সোমাই আহি কবলৈ ধৰিলে, —সেই যে বাণ্ডিপুৰাতে ওলাই গৈছিলোঁ! এতিয়াহে উভতিলোঁ। তোমালোকক কোৱাই নাই যে অতুলৰ বন্ধু একজনৰ আজি দুদিন ধৰি বিচাৰ চলিছিল। সৰ্ব্ব-সাধাৰণৰ ভাললৈ যত্ন কৰাটোৱেই আছিল তেওঁৰ অপৰাধ। যি কি নহওক আদালতে তেওঁক খালাচ দি ন্যায়ৰ

মৰ্য্যাদা ৰক্ষা কৰিলে। তেওঁক অভ্যৰ্থনা জনাবলৈকে আজি এখন ৰাজহুৱা সভা হ'ব। ইচ্ছা কৰিলে তোমা-লোকো ওলাব পাৰা। অতুলৰ পৰা বুজিব পাৰিছোঁ।— কণিকাই অজিতক ভালকৈয়ে জানে। সঁচাকৈয়ে এজন শক্তিমান যুৱক! পিছতো সবিশেষ আলোচনা কৰিবলৈ পোৱা যাব। মই বাৰু এতিয়া ওলাওঁগৈ।

মৃণাল ভিতৰলৈ যায়। কণিকা, কমলা আৰু অমিয়ই অজিতৰ মুক্তিৰ বাতৰিত নীৰৱ আনন্দ অনুভৱ কৰে। মৃণাল বৰুৱা যোৱাৰ ফাললৈকে চাই কণিকাই কয়,— বুজিছা অমিয়, মৃণাল দাদাৰ দৰে লোককো যেতিয়া মুগ্ধ কৰিবলৈ পাৰিছে অজিত দাদাৰ আৰু কৰিব নোৱাৰা একো নাই। মৃণাল দাদাই প্ৰায় বক্তৃতা এজাউৰিকে-দি পেলালে যেন প্ৰচাৰ বিভাগৰ কোনোবা বিষয়াহে।

কমলা আৰু অমিয়ই হাঁহিলে।

* * *

যেতিয়া কিছু ৰাতি হৈছিল। বিপুল আনন্দ— ধ্বনিৰ মাজত অভ্যৰ্থনা সভা শেষ হ'ল। এক নতুন উদ্দীপনাৰে সকলোৱে নিজৰ নিজৰ ঠাইলৈ উভতিবলৈ ধৰিলে। মুখে মুখে নীৰৱ কৰ্মী অজিতৰ প্ৰশংসা। মৃণাল বৰুৱা, কমলা আৰু অমিয়ো সভা ঘৰৰ পৰা ওলাই আহিল।

তেও লোকে সমুখৰ বিজুলী চাকিৰ খুটাটোৰ কাষ পাওতেই এখন মটৰ ওচৰতে থিয় দিলেহি। মৃণাল বৰুৱাই দেখিলে যে ভিতৰত অতুল। অতুলে মটৰৰ পৰা নামি মৃণাললৈ চাই সুধিলে,—সভা শেষ হ'ল নে বৰুৱা ?

মৃণালে ক'লে,—সভা শেষ হ'ল; কিন্তু স্মৃতি তাৰ স্থায়ী হৈ ৰ'ল।

মৃণালৰ উত্তৰ শুনি অতুলে অমিয়ৰ মুখলৈ চাই হাঁহিলে। অমিয়ই যো ভাবি আছিল অজিতৰ কথাকে। অতুলে তেনেকৈ হঁহাত তাই যেন এক কোনোবা অন্তঃস্থাত পৰিল, তাই তলমূৰ কৰিলে। কমলা অহাৰ কথা তাইৰ পিতাকৰ মুখে শুনিলেও তাইৰে সৈতে এয়েই অতুলৰ প্ৰথম দেখা দেখি. তথাপি সি তাইক একোকে নুসুধিলে। কমলাও মনে মনে ৰ'ল।

সভাঘৰৰ পৰা ওলাই উদ্যোক্তা সকলেৰে সৈতে অজিত সেই ফালেই আহিছিল। আগবাঢ়ি গৈ অতুলে অজিতক আকোৱালি ধৰিলে। অজিত আৰু অতুলৰ বন্ধুত্বৰ গম পাই কোনো কোনোৱে বিবিধ ধেমেলীয়া মন্তব্য কৰিবলৈ ধৰিলে। অজিত আৰু অতুলেও তাত যোগ দিয়াত ধেমালি আৰু বাঢ়িহে গ'ল। অতুলে ক'লে,—এতিয়া হ'লে মোক তালৈকে বাৰ লাগিব; অই

সৰুৰ পৰা কৈ আহিছোঁ।

অজিতে ক'লে,—তেনেহ'লে দেখিছোঁ, তুমিও মোক মোৰ সজ্ঞাৰ খুজিছা। এওঁলোকে সভা পাতি যি কৰিলে সেয়েই যথেষ্ট হৈছে, আৰু বেছিৰ প্ৰয়োজন নাই।

—সেইবোৰ এৰাচোন বাৰু। যাব হ'লে লাগিবই।

—এওঁলোকেহে জানে। মুকলি কৰি দিলে মোৰ আপত্তি নাই। তুমি নাহিলেও তোমাক বিচাৰি উলিয়ালোঁ হয়।

অন্ততঃ ৰাতিটোৰ বাবে টনাটনি নকৰিবলৈ উদ্যোক্তা সকলে অতুলক অনুৰোধ কৰিলে। সৰলোকেইজন আগুৱাই আহিল। কমলাক দেখি অজিত আচৰিত হ'ল। খালাচ পাই ওলাই অহাৰ পিছত কমলাৰ পিতাকক সি পাইছিল; কিন্তু কমলাও যে আহিছে সেই কথা তেওঁৰ পৰা জানিবলৈ পোৱা নাছিল। হলেও বাহিৰত অজিতে আচৰিত হোৱা যেন নেদেখুৱালে। কমলালৈ চাই সি ক'লে—গাওঁৰ পৰা বহুতেই অহা যেন পাইছোঁ। পিছে কনক ক'ত এৰিলা?

কমলাই উত্তৰ দিলে,—তাকো লগত লৈ আহিছোঁ। আমি 'অতিয়া এওঁলোকৰ ঘৰতে আছোঁ।

কমলাই অজিতৰ কাণে দেখুৱাই দিলে। তাত

উপস্থিত থকা অন্যান্যবোৰ কথা পাতি পাতি তেতিয়া আলিৰ সিকাষ পাইছিল গৈ। অজিতে অমিয়ৰ ফালে চাওতেই অতুল আগবাঢ়ি আহিল আৰু মৃণাল বৰুৱাক দেখুৱাই ক'লে,—শ্ৰীমৃণাল বৰুৱা—উকীল—মোৰ বন্ধু।

অজিত আৰু মৃণালৰ মাজত নমস্কাৰ প্ৰতিনমস্কাৰ চলিল। লগে লগে অজিতে ক'লে,—তোমাৰ বন্ধু যেতিয়া মোৰো বন্ধু।

অতুলে হাঁহিমুখেৰে ক'লে,—কেৱল বন্ধু বুলিলেই যথেষ্ট নহয়, তোমাৰ গুণগ্ৰাহীও। বিচাৰৰ সবিশেষ বাতৰি অইনৰ পৰা শুনিব লগীয়া হোৱা নাই।

অজিতে কয়,—গুণীয়েহে অইনৰ গাত গুণ দেখিবলৈ পায়।

মৃণাল বৰুৱাই অজিত আৰু অতুললৈ চাই হাঁহিলে আৰু ক'লে,—দুয়ো বন্ধুকে অন্ততঃ কাইলৈ এবাৰ ঘৰত দেখিবলৈ পালে আনন্দ পাম। এতিয়া অসময়ত আৰু কথা পাতিব নোখোজোঁ।

অজিতে অমিয়লৈ চাই ক'লে,-তোমাৰ কথা হ'লে কেৱে একো জানিবলৈ নিদিলে। যদি মোৰ ধাৰণা নিৰ্ভুল হয়—তুমি অমিয়। নহয় নে?

অমিয় আচৰিত হ'ল। অজিতৰ মুখলৈ চাই তাই

কেৱল হব চুপিয়ালে।

অজিতে ক'লে,—মোৰ ধাৰণা হেতে মিলিছে। তোমাৰ পৰা জগতৰ কাম হওক এয়েই কামনা।

অমিয়ই অজিতৰ কথা মন নকৰা যেন দেখুৱাই ততালিকে ক'লে,— আপুনি এবাৰ আমাৰ ঘৰলৈ আহিলে ভাল হ'ব। কণিকা বাইদেউও তাতে আছে। তেওঁ আপোনাক লগ পাবলৈ বিচাৰিছে।

অজিতে অমিয়ৰ মুখলৈ চাই হাঁহিলে আৰু ক'লে, —কিবা এটা কথা যাব বাক। এতিয়া তোমালোক যোৱা গৈ। মটৰতে যাব পৰা নহয়!

অজিতে অতুলৰ মুখলৈ চায়। অতুলে ক'লে,— তোমাৰ যোৱা নহয় যেতিয়া এওঁলোকক মই থৈ আহিম গৈ।

মৃণাল বৰুৱাক নমস্কাৰ জনাই অজিত তাৰ বাহে বৈ থকা সকলৰ লগ লাগিল গৈ। অতুল, মৃণাল, কমলা আৰু অমিয় মটৰত উঠিল।

— ••—

জগনাথৰ বাতৰি লৈ অতুল আৰু অজিত আম্প-তালৰ পৰা উভতিছিল। অতুলৰ ঘৰৰ হদলৈ সোমোৱা ছুৱাৰ মুখতে সিহঁতে দেখিবলৈ পায় কাষল'ত্তিৰ তলত একোটা টোপোলাখে লৈতে গাওঁৰ নোমল আৰু গয়াচৰণক। নোমলে অজিত আৰু অতুলক সেৱা জনোৱাত গয়াচৰণেও তাকে কৰে আৰু অজিতৰ মুখলৈ চাই হাত মোহাৰিবলৈ ধৰে। ছুয়োকো ভিতৰলৈ মাতি অতুল আগবাঢ়ি সোমাই যায় আৰু অজিতৰ পাছে পাছে নোমল আৰু গয়াচৰণ বাহিৰা ঘৰ এটিলৈ আহে। অজিতে বহিবলৈ কোৱাত টোপোলাহুটি সাৱধানে তলত থৈ ছুয়ো খালি তক্তাপোচ খনতে বহি লয়। ওচৰ চপাই চকী এখন টানি লৈ অজিতো বহিল আৰু নোমললৈ চাই সুধিলে,—এনেকৈ হঠাতে আহিলা কিয়. নোমল কাই? সকলো ভালতো?

নোমলে উত্তৰ দিলে,—ভালৰ কথা আৰু সুধিছে হে নে, বোপা দেউতা! আপুনি খালাচ পোৱা বুলি

শুনি গোটেই বাইজৰে আৰু আনন্দ নধৰে। কেতিয়া ঘৰলৈ উভতে তাকেহে সকলোৱে বাট চাই আছে। বোপাৰ [ অতুলৰ ] পিতাক, কমনাথ আৰু অইন বোৰৰ পৰা সকলো কথাৰে আঁতিগুৰি বাইজে পাইছে। তেওঁ-লোকৰো হলে আগৰ ভাব আৰু এতিয়া নাই, বোপা দেউতা ; বাইজৰ মতেই এতিয়া তেওঁলোকৰো মত। ইয়াৰ পৰা গৈ আপোনাৰ যে কিমান গুণ গাইছে !

—বাইজৰ আনন্দত কৈ তোমাৰ আনন্দহে বেছি যেন পাইছোঁ। পিছে এইদৰে আহিলা কিয় ?

নোমলে গয়াচৰণৰ মুখলৈ চালে আৰু গয়াচৰণে হাতযোৰকৈ থিয় দিলে। একো বুজিব নোৱাৰি নোমলে কি কয় তাৰে অপেক্ষাত ৰ'ল অজিত। গয়াচৰণক দেখুৱাই নোমলে ক'লে,—এওঁৰ কথা এৰাব নোৱাৰিহে এইদৰে আহিব লগাত পৰিলোঁ। বোপাৰ পিতাকৰ মুখে আপুনি খালাচ পোৱা কথা শুনিবৰে পৰা জোক লগাদি লাগিছে গৈ, আপোনাৰ ওচৰলৈ তেওঁক লৈ আহিব লাগে। ইমান কলোঁ—দুইচাৰি দিনতে আপুনি ঘূৰিব, তথাপি নামানে। মনত হলে বৰ কষ্ট পাইছে বোপা দেউতা, সকলো দোষকে আপুনি মৰ্ষিব লাগিব।

গয়াচৰণক বহিবলৈ দি অজিতে ক'লে,—কি হৈছে কোৱাচোন; মোৰ যে একো মনত পৰা নাই।

নোমলে ক'লে—সেইবোৰ মনত পৰিলে বৰ বেয়া লাগে, বোপা দেউতা। আপোনাৰ দৰে জনবো গাত হাত উঠা কম কথা নহয়। মূৰত কোব পৰিছিল এজনৰে সঁচা, কিন্তু তাৰ বাবে উত্তেজনা যোগোৱাৰ দোষ বহুতৰে। গয়াচৰণক আপুনি ক্ষমিব ল'গে বেচাৰাই বৰ অশান্তি পাইছে।

গয়াচৰণে ক'লে,--আপোনাৰ মূৰত তেজ দেখিয়েই মোৰ হুচ হৈছিল। ভাবিছিলোঁ—আপোনাৰ চুই ভৰি সাৱটি ধৰোঁ, কিন্তু বিদ্যাধৰৰ চকুৰ ইঙ্গিতে মোক তেনে কৰিব নিদিলে। যেতিয়া বিনা দোষে আপোনাক ধৰি নিয়ে তেতিয়াও মোৰ অসহ্য লাগিছিল, ঈশ্বৰৰ ওচৰত মিনতি জনাইছিলোঁ যেন সত্যৰ জয় হয়। আপুনি মুকলি হৈ ওলোৱা বুলি শুনিয়েই দৌৰি আহিছোঁ সকলো কথাকে ভাঙি-ছিঙি কবলৈ। এনেকৈ আপোনাৰ শত্ৰুক শালিলোঁ, তেও আঙুলি এটাও নুতুলিলে। যিমানেই সেই কথা ভাবোঁ তিমানেই বুকুখন ধৰ্ ফৰ্ লগায়। আপুনি মোক দণ্ড দিয়ক, এনে অশান্তি লৈ আৰু ৰ'ব নোৱাৰোঁ।

গয়াচৰণে মাটিত বহি অজিতৰ ভৰিলৈ হাত মেলাত অজিতে ভৰি দুখন কোচাই লয়। অজিতে ক'লে, —যোৱা কথা গ'ল। তাৰ বাবে দুখ বা বেজাৰ নকৰি তাৰ পৰা পোৱা শিক্ষাৰ সুফল আনন্দেৰে গ্ৰহণ কৰাতে ভাল। মই তেতিয়াই নিসন্দেহ যে এই ঘটনাত লিপ্ত থকা সকলে নিজৰ বিবেকৰ ওচৰত দোষ অস্বীকাৰ কৰিব নোৱাৰে। তেনে ধাৰণা আছিল বুলিয়েই এই বিষয়ে ইমান নিৰ্লিপ্ত হৈ ৰ'ব পাৰিছিলোঁ। কাৰো ওপৰতে মোৰ কোনো আক্ষেপ নাই। এইদৰে মোক বিচাৰি নাহিলেও হ'ল হয়।

গয়াচৰণৰ হিয়া কৃতজ্ঞতাৰে ভৰি পৰে। নোমলে কয়,—সেইকথা মই কৈছিলোঁ। মই নো আৰু আপোনাক চিনি নাপাওঁনে!

অজিতে সুধিলে,—কাজ কাম ভালকৈ চলিছেনে, নোমলকাই ?

—ভালেই চলিছে, বোপা দেউতা, যাৰ বাবে আপুনি ইমান কৰিলে তেওঁলোকেনো তাক এৰিব কেনেকৈ ? প্ৰায়বোৰ আলিতেই মাটি তোলা হ'ল। লগে লগে দুকাষৰ পৰা ভিতৰ সোমাই অহা বাঁহৰ আগ আৰু গছৰ ডাল বোৰো কাটি দিয়া হৈছে।

কি ৰাখিবা কি খৰালি গাওঁত খুৰা-চকা কৰিবলৈ এতিয়া বৰ সুবিধা হব। পাঠশালাৰ ভগা ঘৰ দুখনো নতুনকৈ দিয়া হৈছে, আমি অহাত কিপিহঁলৈকেহে মাথোন বাকী আছিল। পণ্ডিত দুজনেও লৰা-ছোৱালী পঠিয়াবলৈ সকলোকে অনুৰোধ কৰি ফুৰিছে। দুখীয়া তথপে ভালকৈ বুজিছে যে মাৰ বাহিৰে কাম নকৰিলে তেওঁলোক বোৱা টান।

—তেনে ভাবৰ যে প্ৰয়োজন, নোহলকাই। সকলোৱে সকলোৰে কথা ভাবিলে হেজাৰ বিপদতো উপায় নোলোৱাকৈ নাথাকে। অইনৰ অনুগ্ৰহলৈ অপেক্ষা নকৰিও সাধাৰণ বহু কামকে আমি কৰিব পাৰোঁ। কাম নকৰি সহায় মাগিবলৈ যোৱাতকৈ কাম দেখুৱাহে সহায় দাবী কৰাহে ভাল।

—সিদিনা সেই বক্তৃতা দিয়া মানুহজন—লক্ষ্যধৰ নে কি নাম—গাওঁলৈ আহিছিল নহয়! আমাৰ মানুহৰ কাম দেখি তেওঁৰ যে কিমান আনন্দ! গাওঁৰ কামত লগাবলৈ দহ কুৰি টকা তেওঁ নিজ খুচিৰে দিবলৈ মান্তি হৈ গৈছে। আমাৰ পণ্ডিতৰ প্ৰাক-পাঁচলিৰ, যেতি দেখি তেওঁ তবধ মানিছে; আৰু কৈছে যে, চৰকাৰে অনেকোৱা মানুহক সহায়েৰে উৎসাহ দিব লাগে। গাওঁৰ মুখী

তিনিটাত মাত্ৰ পোৱা বুলি শুনিও তেওঁ লাগিছে।

—আনন্দ নাপাব কেনেকৈ! গাওঁক তাৰ আচল ৰূপ দিব পাৰিলে সি আকৰ্ষণৰ কেন্দ্ৰ নহৈ নোৱাৰে। দুখৰ বিষয়, আজিৰ গাওঁত গাওঁৰ বিশেষত্বৰ একোটোৱেই নোহোৱা হ'ল। গ'ল যে গ'ল, পোনপটীয়া সৰলতা ফেৰিও আতৰি গ'ল।

—আশা কৰিছোঁ বোপাদেউতা, সকলো আকৌ উন্নতি আহিব। কেৱল চকু দিয়ক যেন নাহিব লগাও আহিব লগাৰ লগত মিহলি নহয়। আপোনাৰ দৰে মানুহ আগ হৈ ওলালে ইবোৰেনো মূৰ পোৱোকা মাৰে কেনেকৈ? কেতিয়াও নোৱাৰে।

এনেতে নোমল আৰু গয়াচৰণৰ বাবে চাহ আৰু অলপ অলপ খোৱা বস্তু আহিল। চাহ লৈ অহা মানুহ জনে অজিতক ভাত হোৱা বুলি কৈ ভিতৰলৈ মাতিলে আৰু লগতে নোমল আৰু গয়াচৰণকো গা তিয়োৱাৰ কথা কৈ গ'ল। অজিত ভিতৰলৈ বুলি ওলোৱাত নোমলে ক'লে,—এটি কথা আপোনাক কবলৈ পাহৰিছোঁ। সেই যে চন্দ্ৰকান্তই তুলাপদৰ টকা ধাৰলৈ নি, নিনিয়া বুলি কৈছিল, সেই বিষয়ে বৰ মজা হৈছে। হেজাৰ হ'লেও ভিকত্যৰ চিত, চন্দ্ৰকান্তৰ ঘৈণীয়েকে ধাৰ খুজিলে

নেৰাত পৰিছে। চন্দ্ৰকান্তই দাবি-ধমকি যে দিলেই গাত হাত লগাবলৈকো নেৰিলে। তেও একো ফল নহ'ল। এতিয়া ঘৈণীয়েকে চন্দ্ৰকান্তৰ গুণৰ কথা প্ৰায় খোলাখুলিকৈয়েই মানুহৰ আগত কয়। এই বিষয়ে তেওঁ তুৰাপদৰ ওচৰলৈকেও অহাৰ কথা আছে। এই একে কথাকে লৈ মাজে সময়ে বোলে তেওঁ ভাত-পানীও এৰে। মুঠৰ ওপৰত চন্দ্ৰকান্তই কি কৰিব কি নকৰিবত পৰিছে; বাহিৰতো মুখ মেলি একো কব নোৱাৰে, ঘৰতো অশান্তি। এতিয়া বোলে ধনখিনি ওভোতাই দিয়াৰ কথাকে পাভিছে। নিজৰ অৱস্থাও লাহে লাহে বৃদ্ধি পাইছে নহয়!

অজিতে নোমল আৰু তুৰাপদক চাহ খাবলৈ কলে। অতুল ওলাই আহি অজিতক ভিতৰলৈ পঠিয়াই দিলে। অতুলৰ লগত অলপ-৯চৰপ কথা-বতৰা হোৱাৰ পিছত লগুৱা এজনে নোমল আৰু তুৰাপদক লৈ গ'ল। অতুলো ভিতৰ সোমালগৈ।

* * *

* * *

আজি কেইদিনে চহৰৰ বিভিন্ন অনুষ্ঠানৰ পৰা পোৱা সৌজন্যত অজিত অভিভূত হৈ পৰে। গাওঁৰ ফালৰ

পৰা অহা বিবিধ আশাৰ বাতৰিয়েও তাৰ মনটো নচুৱাই তোলে। বিদ্যাধৰ, কমলনাথৰ দৰে মানুহেও বিচাৰত তাৰ বিৰুদ্ধে একো নকলে : অথচ তাৰ গ্ৰেপ্তাৰত তেওঁ-লোকৰো হাত নোহোৱা নহয়। লক্ষ্যধৰৰ পৰাও সি প্ৰশংসাসূচক চিঠি পায়। এই সকলোবোৰকে সি তাৰ আদৰ্শৰ জয় বুলিয়েই লয় তাক কোনোটোৱে বাৰে ব্যক্তিগত গৰ্ব্ব অনুভৱ নকৰে।

কণিকা আৰু কমলাৰ বিষয়েও অজিতৰ চিন্তা হয়। দুই-তিনিবাৰো সি মৃণাল বৰুৱাৰ ঘৰলৈ গৈছে ; কিন্তু কণিকাৰ লগত কথা পাতিবলৈ বিশেষ সুযোগ পোৱা নাই। তাই যেন তাৰে সৈতে আলোচনাত সোমাবই নোখোজে। কেতিয়াবা কিবা কৰ লগাত পৰিলেও তাই ওপৰে ওপৰেহে কয় যেন তাৰ লগত এয়েহে তাইৰ পৰিচয়। কণিকাৰ এই উদাস ভাব অজিতে লক্ষ্য কৰে। কপনাথৰ পৰা সকলো কথা শুনাৰ পিছত তাইলৈ তাৰ সহানুভূতি বাঢ়ি উঠিছিল আৰু তাইৰ প্ৰতি কৰ্ত্তব্য সম্পৰ্কেও চিন্তা হৈছিল। সি তাইৰ মনোকষ্ট লাঘৱ কৰিবলৈ বিচাৰে ; কিন্তু কেনেকৈ ? জগতৰ প্ৰচলিত ৰীতিলৈ কেতিয়াবা তাইৰ মন বাগৰিব খুজিলেও তাই যে তত্তালিকে তাক বাধা

দিছিল সি গম পায়। বিধৱা বুলিয়েই যে তাইৰ এনে আচৰণ সি নাভাবে ; কাৰণ বিধৱাৰ ভাগ্য নিৰূপণৰ ক্ষমতা তথাকথিত সমাজলৈ এৰি দিয়াৰ পক্ষপাতী তাই নাছিল। সেইবাবেই তাৰ ধাৰণা যে সচৰাচৰ বাট কণিকাৰ পক্ষে নহয়, যদিও সেই বিষয়ে সম্পূৰ্ণ নিসন্দেহ বুলিও সি কব নোৱাৰে।

বিদ্যাধৰে অজিতৰ লগত অতুলৰ বিয়াৰ বিষয়ে উলিয়াইছিল। অতুললৈ অমিয়ক দিব খোজা প্ৰস্তাবৰ কথা বিদ্যাধৰৰ পৰাই অজিতে শুনিবলৈ পায়। ঘৰলৈ যোৱাত অতুলে তাৰ আগত অমিয়ৰ কথা উনুকিয়াইছিল সঁচা, কিন্তু তাৰ লগত যে বিয়াৰ সম্ভাৱনা আছে এনে ইঙ্গিত দিয়া নাছিল। বৰঞ্চ, অতুলৰ কথা-বতৰাত আগৰ দৰে কমলাৰ প্ৰতিহে অনুৰাগ প্ৰকাশ পাইছিল। কমলাও যে অতুলৰ আশাত বন্দী অজিতে জানে। অতুল আৰু কমলাৰ মাথোন গতানুগতিক মিলনেৰে সমাজৰ কঠোৰ প্ৰথা এটিৰ বিলোপ সাধনৰ সূচনা কৰাই অজিতৰ উদ্দেশ্য নাছিল। দুয়োৰো অন্তৰে অন্তৰে হোৱা মিলনক সমাজৰ প্ৰথা সত্ত্বেও প্ৰকাশ্যভাবে সমৰ্থন কৰোৱাহে আছিল তাৰ আচল অভিপ্ৰায়। সামাজিক প্ৰথাৰ ওচৰত অতুলৰ মনোবলৰ পৰাজয় নহ'লে অমিয় বা অইন কোনো-

বাৰ লগত তাৰ বিয়াৰ প্ৰশ্ন উঠিব নোৱাৰে বুলিয়েই অজিতৰ বিশ্বাস। এই কেইদিনৰ পৰিচয়ৰ পিছত অমিয়ৰ বিবিধ বিষয়ক যোগ্যতা সম্পৰ্কে অজিতৰ অকণো সন্দেহ ৰোৱা নাছিল আৰু সেই বাবেও সি বাঞ্ছা কৰিছিল যেন কেৱল গতানুগতিকতাৰ সোঁতত তাই উটি যাব লগা নহয়। তথাপি অতুলৰ লগত এই বিষয়ে আলোচনা কৰি চাবলৈ তাৰ ইচ্ছা হয়। সি জানিব খোজে, সঁচাকৈয়েনেকি অতুলৰ অন্তৰখন চঞ্চলতাৰ লীলাভূমিত পৰিণত হৈছে। বিত্যাধৰে অজিতৰ আগত সকলো কথাকে পুতেকলৈ এৰি থৈ গৈছিল। নানা ফালৰ পৰাই বিত্যাধৰে বুজিছিল যে তেওঁৰ দিন আৰু উকলিছে।

কমলা মৃণাল বৰুৱাৰ ঘৰতে আছে। তথাপি অতুলে তাইৰ বিষয়ে কোনো কথাকে নতুনকৈ অজিতৰ আগত উলিওৱা নাই। সেইবাৰ ঘৰলৈ যোৱাত অজিতক যিৰূপ ব্যৱহাৰ কৰিছিল তাৰ বাবে সি বৰকৈ লাজ পায় আৰু সেয়েই হবলা তাৰ বৰ্ত্তমান মৌনতা। পিছৰ কথা-বতৰাত নিজক শুধৰাই লবলৈ চেষ্টা কৰিছিল যদিও তাৰ ওপৰত অজিতৰ আগৰ বিশ্বাস আৰু নাই বুলি ভাবিলেও সি ভাবিব পাৰে।

কণিকা আৰু কমলাই কথা পাতি আছিল। এনেতে মৃণাল বৰুৱাৰ লগত সোমাই আহে অজিত। বৰুৱাই অজিতক বহিবলৈ দি নিজেও বহি ল'লে। অজিতে কমলালৈ চাই কয়,—তুই এদিনতে ঘৰলৈ যাম বুলি ভাবিছোঁ, কমলা। কনেকৰে সৈতে তুমিও ওলাই থাকিবা।

কমলাই ক'লে,—আমাৰ ওলাবলৈ একো নাই, আপুনি কেতিয়া যায় জানিলেই হ'ল।

কমলা উঠি যায়। মৃণাল বৰুৱাই কমলা যোৱাৰ ফাললৈ চাই ক'লে,—যাওঁতে প্ৰথমে প্ৰথমে বেয়া লাগিব।

অজিতে হাঁহিৰে সুধিলে,—কাৰ? আপোনালোকৰ নে কমলাৰ?

মৃণালে হাঁহিবলৈ চেষ্টা কৰি কয়,—আপোনাৰো

আকৌ কথা! কিছুদিন লগ লাগি থকাৰ পিছত এৰা-এৰি হ'লে মানুহৰ বেয়া লগাটো স্বাভাৱিক।

অজিতে আগৰ দৰে হাঁহিয়েই ক'লে,—তেন্তে নো কৈছো কি? ইয়াকেই বোলে বহল বুকু—উদাৰ মন।

মৃণাল বৰুৱাই থিয় হৈ ক'লে,——মই অলপ বাহিৰতে আছোঁ বাৰু। আপোনাৰ বন্ধুৱে আকৌ তাতেই বহি থকিব; কাকো নেদেখিলে গুচি যোৱাও অসম্ভৱ নহয়।

মৃণাল বৰুৱা ওলাই গ'ল।

অজিতে কণিকালৈ চাই সুধিলে,—লগতে তুমিও গ'লে বেয়া হয় নে, কণিকা?

চমুকৈ উত্তৰ দিয়ে কণিকাই,—মোৰ যোৱা হৰচোন বাৰু।

একো নামাতি অজিত মনে মনে ৰ'ল।

অলপ সময় তলকা মাৰি বৈ কণিকাই সুধিলে,—আপোনাৰ বন্ধুৱে আপোনাক যাবলৈ দিছে জানো?

অজিত।— বন্ধুৰ আহ্বানত অহা নাই যে যাবলৈ তেওঁ হাক দিব।

কণিকা। —হয়তো তেওঁ আপোনাক একো কোৱা নাই; কিন্তু বৰ্ত্তমান অৱস্থাত আপোনৰ উপদেশ

আৰু সহায় তেওঁক লাগে।

অজিত। —বুজিব নোৱাৰিলোঁ; অলপ খুলিয়েই কোৱাচোন।

কণিকা। —অইন একো নহয়; তেওঁৰ বিয়াৰ কথাকে কব খুজিছোঁ।

অজিত। —এৰা, সেইবিষয়ে অলপ কিবা-কিবি শুনিলোঁ। পিছে হয় জানো?

কণিকা। —আপুনি বা আকৌ কি শুনিছে?

অজিত। —শুনাত শুনিছোঁ যে অমিয়ৰ লগতে হেনো অতুলৰ বিয়া।

কণিকা। —আৰু সেই বাবেই হবলা কমলাক ইয়াৰ পৰা আতৰ কৰিব খুজিছে?

কণিকাৰ মুখলৈ চাই অজিত মনে মনে ৰ'ল। কণিকাই ক'লে,—নজনাত যি ভুল কৰিছিলোঁ সি ভাঙিছে। জানিও নজনাৰ ভাও জুৰি থাকিলে ফল নেয়াহ হব। কমলা আৰু অতুলৰ সকলো কথাকে আপুনি জানে। পিতাকৰ লগত নগৈ আপোনালৈকে কমলাই বাট চাই থোৱাৰ-উদ্দেশ্য মই বুজিছোঁ। আপোনাৰ বন্ধুৰ বৰ্ত্তমান নীৰৱভাও যে কমলালৈ উদাসীনতা নহয়, মই জানোঁ। এতিয়া মাথোন আপুনি আপোনাৰ কৰ্ত্তব্য পালিলেই হয়।

চিন্তান্বিত অজিতে এটি হুমুনিয়াহ পেলাই মাথোন ক'লে,—মই জানিছিলোঁ। কণিকা, যে ভুল এদিন ভাগিব।

কণিকাই অজিতক মনে মনে থাকিবলৈ নিদিলে। তাব ফাললৈ চাই তৎক্ষণাৎ ক'লে,—কেউফালৰ পৰা এই মিলন বাঞ্ছনীয়। আপুনি কিন্তু নীৰৱ হৈ ব'লে নীৰৱতাতেই সকলো শেষ হব।

অজিত। —কিন্তু অতুলৰ বৰ্ত্তমান মনোভাব যে মোৰ জনা নাই। অমিয়ৰ অন্তৰৰ পৰিচয়ো মই নাপাওঁ। ভাল কৰিবলৈ গৈ যদি তাব বিপৰীত কিবা এটি কৰি পেলাওঁ!

কণিকা।—এইবোৰ আপোনাৰ অমূলক চিন্তা। অতুলৰ প্ৰতি শ্ৰদ্ধাৰ বাহিৰে আন কোনো ভাব অমিয়ৰ নাই এসময়ত অমিয়ৰ ককায়েক আৰু মাক পিতাকৰ চকু অতুলৰ ওপৰত পৰাটো একো অস্বাভাবিক নহয়। অৱশ্যে ইয়াকো কব পাৰোঁ যে তেওঁলোকৰ এতিয়া আৰু তেনে উদ্দেশ্য সমূলি নাই। অতুলৰ বিষয়েও কওঁ, তেওঁৰ মনলৈ চঞ্চলতা আহিব খুজিছিল হয়; কিন্তু অন্তৰত থকা কমলাৰ মূৰ্ত্তিটিৰ শাসনত সকলো চঞ্চলতা তেওঁৰ দূৰ হৈ যায়। নিসন্দেহে আপুনি মোৰ কথা বিশ্বাস

কৰিব পাৰে।

বাহিৰত অতুলৰ মাত শুনিবলৈ পোৱা গৈছিল। অজিতে কণিকালৈ চাই ক'লে,—অতুল আহিছেই হবলা! অমিয়ৰ বিয়াৰ কথাকে বাৰু উলিওৱা যাওক চোন!

মৃণাল বৰুৱাই অতুলক বহুৱাই থৈ ভিতৰলৈ যায়।

অজিতে ক'লে,—তোমালোকেই বৰুৱাদেৱে বাট চাই আছিল।

অতুল।—সেইবুলি তাত মই পলম কৈ কৰা নাই। মানুহজন যোৱাৰ পিছতেই ওলাই আহিছোঁ। পিছে কেতিয়ালৈকে যোৱাৰ ঠিক কৰিলা?

অজিত।—কমলাই কৈছে যে যেতিয়া তেতিয়াই তেওঁ যাবলৈকে সাজু।

অজিত আৰু কণিকাই অতুলৰ মুখলৈ লক্ষ্য কৰে। 'ভাল কথা' বুলি কৈ অতুলে বেৰত থকা ছবিবোৰ চাবলৈ আৰম্ভ কৰে। অজিতৰ মুখলৈ চাই কণিকাই হাঁহিলে। অজিতে ক'লে, —অমিয়বো বোলে বিয়া, কি কৰোঁ তাকেই ভাবিছোঁ।

অতুলে অজিতৰ মুখলৈকে চায়। সি সুধিলে.
—অমিয়ৰ বিয়া? কাৰ লগত?

অজিতে হাঁহি মাৰি ক'লে,—ইয়াতেই উপস্থিত সেই ভাগ্যবান।

অজিত আৰু অতুল দুয়ো কণিকাৰ মুখলৈ চায়; অজিতৰ চকুত ৰগৰ আৰু অতুলৰ চকুত প্ৰশ্ন। কণিকাই একো নকলা দেখি অতুলে সুধিলে,—অজিতৰ কথা সঁচানে কণিকা?

কণিকাই উত্তৰ দিলে,—আখৰে আখৰে সঁচা।

অজিতৰ হাত এখনত ধৰি অতুলে কয়,—বৰ ভাল হব অজিত। অমিয়ৰ পৰা আদৰ্শ পূৰণত সহায় পাবা। একো একোবাৰ মোৰ মনতো এই কথা জাগিছিল। বকৰা আৰু তেওঁৰ মাক-পিতাকৰো তোমালৈ গভীৰ শ্ৰদ্ধা আৰু চেনেহ। সঁচাকৈয়ে—

অজিতে কৈ উঠিল,—তুমি কি কৈছা, অতুল! ইয়াৰ ভিতৰলৈকে অন্ততঃ মোক--

কণিকাই ক'লে,—নাটানিলে নহয়। আপোনাৰ বন্ধুৱে যি কৈছে সঁচাকে কৈছে। নিস্বাৰ্থ ভাব এনেয়ে নাথায়; সেই বাবেই নিজৰ কথাত নিজে বান্ধ খাইছে আপুনি। নেদেখাবে পৰা অমিয়ই আপোনাক জানে, তেতিয়াৰে পৰা

আপোনালৈ তাইৰ অসীম শ্ৰদ্ধা। সেই শ্ৰদ্ধা লাহে লাহে এতিয়া পবিত্ৰ প্ৰেমত পৰিণত হৈছে। অমিয়ৰ প্ৰেম ধাক্য মুখৰ বা চঞ্চল নহয়, সি নীৰৱ আৰু গভীৰ; আপুনি তাক উলাই কৰিব নোৱাৰে। অমিয়ৰ পৰিচয়ত আপোনাৰ যি আনন্দ মই জানো। সকলো স্বাভাৱিক। সঁচাকৈয়ে মোৰ কামনা পূৰ হ'ল। অমিয় আপোনাৰ কাষত থাকিলে চিন্তাৰ কোনো কাৰণেই আৰু নৰব। আইতা থকা হ'লে কি যে আনন্দ পালে হয়!

অজিতে কণিকাৰ কথা ৰ-লাগি শুনি যায়। ই সপোন নে দিঠক সি ঠাৱৰ কৰিব নোৱাৰাত পৰে, মুখত তাৰ ভাষা নাই।

কণিকা গম্ভীৰ, আনন্দ আপ্লুত অতুল আৰু ভাৱত তন্ময় অজিত। চাহ লৈ সোমাই আহে অমিয়, লগত মৃণাল। অমিয়ই সকলোকে চাহ দিয়ে।

অতুললৈ চাই কণিকাই ক'লে,—আপুনিও কিন্তু অন্তৰত আশা পুহি বাহিৰত উদাস হৈ ৰ'ব নোৱাৰে।

অমিয়ই কণিকাৰ মুখলৈ চালত কণিকাই ক'লে—তুমিয়েই কোৱাচোন অমিয়; মই বেয়া কৈছোঁনে? কমলাক এনেকৈ সন্দেহত পেলাই থোৱা জানো উচিত?

বিয়োৰত পৰে অমিয়; তাইৰ লাজো লাগে। তথাপি

ভাই ক'লে,—আপোনাবো আৰু কথা, অতুল দাদাই জানো কৈছে যে কমলাৰ বেয়া হলে তেওঁ ভাল পায়?

কণিকাই ক'লে,—কব কেনেকৈ? কমলাক প্ৰবঞ্চনা কৰিলে যে নিজকে প্ৰবঞ্চনা কৰা হব। সেইকাৰণেই কৈছোঁ। বিয়াখন সোনকালেই হৈ যাওক।

অজিতে মাত লগালে,—ভাবিবলৈ আৰু একো নাই, অতুল। যি কৰিবা এতিয়াই কৰি পেলোৱা। পিছুৱাই ৰাখিলে সমস্যা বেছি জটিল হে হয়। অন্য চিন্তাই কৰ্ত্তব্যৰ বাটত তোমাক বাধা দিব নোৱাৰিব বুলিয়েই মোৰ বিশ্বাস।

অতুলে ক'লে,—আজি আৰু গোপন কৰিবলৈ মোৰ একো নাই। একো একোবাৰ সাহসৰ অভাৱ যে অনুভৱ কৰা নাছিলোঁ তেনে নহয়। মনৰ চঞ্চলতাত নানা তৰ্ক জুৰি যি চিন্তা পৰিহাৰ কৰিব খুজিছিলোঁ সি যাওক চাৰি বেছি গাঢ় হৈহে পৰিছে। কমলাক পালে যি কোনো অৱস্থাতেই মই সুখী হ'ম।

অতুলৰ কথা শুনি তুৰাৰ মুখত পৰা উভতিৰ খুজি-ছিল কমলা, কিন্তু কণিকাই মাত দিয়াত তাই থমকি ৰ'ল আৰু লাহে লাহে আগুৱাই কাষ চাপি আহিল। কণিকাই কমলাৰ গাত হাত বুলাই ক'লে,- তোমাৰ

বেদনাৰ আজি অৱসান হ'ল, কমলা। তোমালোকৰ মিলনত জগতৰ কল্যাণ হওক এয়েই আমাৰ কামনা।

মৃণাল বৰুৱাই কয়,—তোমাৰ কামনা অথলে নাযায়, কণিকা।

মৃণাললৈ চাই কণিকাই ক'লে,—আপোনালোকেও কিন্তু অমিয়ক তুলি দিব লাগিব অজিত দাদাৰ হাতত।

মৃণালৰ চকু-মুখত আনন্দৰ চিন বিৰিঙি ওলাল। তেওঁ মাথোন ক'লে,—আগেয়ে কৈছো, কণিকা, যে তোমাৰ মতেই আমাৰ মত।

অতুল আৰু মৃণাল বৰুৱা ভিতৰলৈ উঠি গ'ল। অমিয়াই পিছ-মুখ দি ভৰি লেখিবলৈ ধৰিলে। কণিকাই অজিতলৈ চাই ক'লে,—এতিয়া কওক যে আপুনি অমিয়ক গ্ৰহণ কৰিছে।

অজিতে ক'লে,—দুখ-কষ্টকে মাথোন বৰণ কৰিবলৈকে অমিয় মোৰ ওচৰলৈ যাব কিয়? তেওঁক সুখী কৰিবলৈ মোৰ যে একো নাই।

কণিকাই কয়,—সকলো কথাকেই অমিয়াই জানে। অমিয়ক সুখী কৰিবলৈ ধন-দৌলত বা দুৰ্ব্বল আনুগত্যৰ প্ৰয়োজন নাই। আপোনাৰ আদৰ্শৰ বাটত সহচৰী হবলৈ পালেই অমিয়ৰ আনন্দ।

অমিয়ৰ হাত এখন আগবঢ়াই ধৰি কণিকাই ক'লে,—এই হাতে আপোনাক শক্তি যোগাব।

অজিতে হুয়ো হাতৰ মাজত অমিয়ৰ হাতখন লৈ কয়,—আশাকৰোঁ। ই শক্তিময়ী নাৰীৰ পৰশ; অবলা-দুৰ্ব্বলাৰ নহয়।

কওঁ নকওঁকৈ সক মাতেৰে ক'লে অমিয়ই,—শক্তি-মানৰ পৰশে অবলাৰ দুৰ্ব্বল হাতত শক্তিৰ সঞ্চাৰ কৰক—এয়ে আশা।

অজিতে অমিয়ৰ হাতখন এৰি দিলত তাই অজিতৰ ভৰিত এটি সেৱা জনালে।

অজিতে কণিকাক সুধিলে,—ই কি তোমাৰ প্ৰতি-শোধ কণিকা?

কণিকাই উত্তৰ দিলে,—প্ৰতিশোধ নহয়, কৃতজ্ঞতাহে। এতিয়া দুচকুৱে যি ফালে নিয়ে সেই ফালেই যাবলৈ মই প্ৰস্তুত।

অজিতে ক'লে,—তুমি কলৈ যাবা, কণিকা? তুমি হবা আমাৰ পথৰ সাৰথি।

কণিকাই ক'লে,—নহয় দাদা, মোক লাগে এডোখৰ নিৰ্জ্জন ঠাই য'ত স্মৃতিৰ উপাসনাই হব জীৱনৰ একমাত্ৰ সম্বল।

জগন্নাথৰ পিতাকেৰে সৈতে সোমাই আহে কণিকাৰ শহুৰেক। কণিকাই শহুৰেকক চিনি পায় আৰু ভ্ৰবিত পৰি এটি সেৱা জনায়। শহুৰেকে দুহাতেৰে কণিকাক তুলি ধৰি কয়,—বল আই, জুৰণি বিচাৰি বল। তোক লৈয়েই জীৱনৰ বাকী কেইটা দিন বহল পৃথিবীৰ বুকুত কটাই দিম। অতীতৰ দুৰ্ব্যৱহাৰ পাহৰি এবাৰ মুখলৈকে চা। ৰোগ-শয্যাত পৰি শহুৰে কোৱা সেই কথাই খুলি খুলি খাবলৈ ধৰিছে। তোৰ ওপৰত কোনো ক্ষোভেই তাৰ নাছিল। বাৰে বাৰে কৈছিল যেন তোৰ ভবিষ্যৎ দুখময় কৰি নোতোলোঁ; কিন্তু—

বুঢ়াই কান্দিবলৈ ধৰে,. কণিকাৰ দুগালেদিও দুধাৰি চকুলো বাগৰি যায়। একো নামাতি কণিকা ভিতৰলৈ সোমাই গ'ল। কণিকাৰ পাছে পাছে অমিয় আৰু কমলায়ো ভিতৰ পালেগৈ। অজিতৰ মুখৰ কথা নাই, কাঠৰ পুতলাটোৰ দৰে নিশ্চল হৈ সি বহি থাকিল। জগন্নাথৰ পিতাকেও দুহাতৰ মাজত মূৰটো থৈ মনে মনে বয়।

কনকক কোলাত লৈ কণিকা ওলাই আহিল; লগত অমিয়, মৃণাল, অতুল আৰু অমিয়ৰ মাক। কণিকাই কনকক মৰমেৰে ক'লে,—কমলাৰ লগত তই যাবি গৈ

দেই, ভাইটি! অমিয়য়ো গাওঁলৈ যাব নহয়। কমলা আৰু অমিয়ই কিমান যে মৰম কৰিব। অজিত আৰু অতুল দাদাৰ কথা হ'লে কেতিয়াও নেপেলাবি আকৌ। যা ভাইটি, সিহঁতৰ বুকুৰ তৰ লগত খেল গৈ।

এটি চুমা খাই কণিকাই কনকক নমাই দিলে। সি কিন্তু কাষৰপৰা নগ'ল।

অতুলে ক'লে, কনকৰ বিষয়ে তুমি সমূলি নাভাবিবা কণিকা! তোৰ যি গৈছে সকলো আহিব।

কণিকাই ক'লে,—তাৰ একো যোৱা নাই, পাইছেহে সি যথেষ্ট। মই তেন্তে আহিলোঁ। কণিকাৰ কথা সকলোৱে পাহৰি যাওক।

গভীৰ ভাৱত মগ্ন নিশ্চল অজিতক এটি সেৱা জনাই শঙ্কৰেকৰ পাছে পাছে ওলাই গ'ল কণিকা। অজিতৰ মুখত তেও কথা নোলাল। কনকে 'বাইদেউ' বুলি চিঞৰি উঠিল। অমিয়ই কনকক কোলাত তুলি লৈ চকুপানী মচিবলৈ ধৰিলে। অস্থিৰ চিত্তেৰে চকী এখনত বহি পৰিল অতুল। মৃণাল বৰুৱাই অস্থিৰতাৰ উপশম বিচাৰিয়েই হুবলা কোঠাটোতে ইফাল সিফাল কৰিবলৈ ধৰিলে।

চকুপানীৰে দুৱাৰ ডিয়াই ওলাই আছে কমলা। কণিকাক নেদেখি অজিতৰ কাষ চাপি তাই সুধিলে,—

ইয়াৰে কি কৰোঁ, দাদা ?

এটি গভীৰ হুমুনিয়াহ পেলাই অজিতে সুধিলে, —কিহৰ কথা কৈছা, কমলা ?

কমলাই ক'লে,—এই ধনখিনি মোৰ হাতত এৰিছিল আপোনাৰ বাবে। কবলৈকে হলে হাক দিছিল। অভাৱৰ সময়ত দিবও খুজিছিলোঁ, কিন্তু আপুনি নললে। মই এতিয়া কি কৰোঁ ? যি অলপ খৰচ হৈছে তাৰ বাহিৰে বাকীখিনি সাঁচিয়েই ৰাখিছিলোঁ।

অতুলে কমলাৰ মুখলৈ চাই তলমূৰ কৰিলে।

অজিতে কমলাৰ হাতৰ পৰা টোপোলাটো লৈ কণিকা যোৱাৰ ফালনৈকে চাই ৰয়। লাহে লাহে তাৰ দুচকুত জিলিকি উঠে দুটোপা চকুলো। এখন হাতেৰে কনকক লৈ আন খনেৰে চকুপানী দুটোপা মচি দিয়ে অমিয়ই।

